## গান্ধীজীৰ সপোনৰ ভাৰতবৰ্ষ

"মই এনে এখন ভাৰতবৰ্ষৰ কাৰণে কাম কৰিম, য'ত দুখীয়াতকৈও দুখীয়া জনেও অনুভব কৰিব পাৰিব যে, এইখন তেওঁৰ দেশ, যিখন দেশৰ গঢ়ি তোলাত তেওঁলোকৰো মাত আছে; এনে এখন ভাৰতবৰ্ষ য'ত উচ্চ নীচৰ শ্ৰেণী বিভাগ নেথাকিব, য'ত সকলো সম্প্ৰদায়ে মিলিজুলি সম্পূৰ্ণ শান্তিপূৰ্ণভাৱে বসবাস কৰিব। এনে ভাৰতবৰ্ষত অস্পৃশ্যতাৰ নিচিনা অভিশাপৰ আৰু উত্তেজনাকাৰী মাদক দ্ৰব্যৰ ঠাই নেথাকিব আৰু তিৰোতায়ো মুনিহৰ সৈতে সমান অধিকাৰ ভোগ কৰিব।—

এয়ে মোৰ সপোনৰ ভাৰতবৰ্ষ।"

মহাত্মা গান্ধী সম্পৰ্কে—

কবিগুৰু ৰবীন্দ্ৰনাথ

সহস্ৰ সহস্ৰ নিঃস্বজনৰ জুপুৰিৰ দুৱাৰ মুখত তেওঁ থিয় দিছিল, তেওঁলোকৰে এজনৰ দৰে বস্ত্ৰ পৰিধান কৰি। তেওঁ সেই বঞ্চিত সকলৰ লগত তেওঁলোকৰ প্ৰাণৰ ভাষাৰে কথা কৈছিল। যুগ-যুগান্তৰৰ পিছত সত্যৰ এয়া জীৱন্ত প্ৰকাশ! শাস্ত্ৰৰ শ্লোক বা কিতাপৰ উদ্ধৃত বাক্য কেৱল নহয়! এই কাৰণে ভাৰতৰ মানুহে যে তেওঁক মহাত্মা নাম দিছে, সেইটোৱেই তেওঁৰ যথাৰ্থ নাম। ভাৰতবৰ্ষৰ সকলো মানুহকে নিজৰ তেজ মঙহ বুলি তেওঁ ভবাৰ দৰে আন কোনে ভাবিব পাৰিছে? মুৰ্ত্তিমান প্ৰেমে আহি যেতিয়া ভাৰতৰ সিংহ দুৱাৰত খুন্দিয়ালে—সেই দুৱাৰ বিস্তাৰিত ৰূপে উন্মুক্ত হ'ল। তাহানিখন বুদ্ধই সকলো জীৱৰ প্ৰতি দয়া আৰু সমগোত্ৰীয় প্ৰীতিৰ ভাবৰ সত্য ঘোষণা কৰোঁতে যিদৰে এবাৰ ভাৰতবৰ্ষ বিকশিত হৈ উঠিছিল, সেইদৰে গান্ধীজীৰ আহ্বানত ভাৰতবৰ্ষ আকৌ এবাৰ নতুন মহত্বৰ জীৱনলৈ উন্মেষিত হল।

## মহাত্মা গান্ধী সম্পৰ্কে—

পণ্ডিত জৱাহৰলাল নেহৰু

১৯৪৮ চনৰ ৩০ জানুৱাৰীত গান্ধীজীৰ মৃত্যুৰ সময়ত পণ্ডিত নেহৰুৱে কৈছিল ঃ—

জীৱনৰ পৰা পোহৰ অন্তৰ্হিত হল। সৰ্ব্বত্র অন্ধকাৰ। আমাৰ মৰমৰ নেতা, যি জনক আমি বাপু আৰু জাতিৰ জনক বুলি কওঁ, তেওঁ আৰু ইহ সংসাৰত নাই।

মই কৈছিলো যে পোহৰ অন্তৰ্হিত হৈছে। কিন্তু মোৰ কথাষাৰো কিজানি ভুল। কিয়নো, এই দেশ যি পোহৰে উদ্ভাষিত কৰিছিল, সি সাধাৰণ পোহৰ নাছিল। বহুত দিন যি পোহৰে ভাৰতবৰ্ষ পোহৰ কৰিছে, হাজাৰ বছৰৰ পিছতো ভাৰতবৰ্ষত সেই পোহৰ থাকিব—পৃথিবীয়েও সেই পোহৰ দেখিব আৰু কোটী কোটী জনৰ অন্তৰত সি সান্ত্বনা দান কৰিব। কিয়নো, সেই জ্যোতিয়ে কেৱল উপস্থিত সময়ৰে প্ৰতিনিধিত্ব নকৰে; সি জীৱন্ত আৰু অবিনশ্বৰ সত্যৰ প্ৰতিনিধিত্ব কৰে, আমাক সত্যপথৰ সন্ধান দিয়ে—ভুল পথৰ পৰা আমাক আতৰাই আনে আৰু এই পুৰণি দেশখনৰ বন্ধন মোচন কৰে।”

মহাত্মা গান্ধী সম্পৰ্কে—

আইনষ্টাইন

বাহিৰা কোনো ক্ষমতাৰ সহায় নোহোৱাকৈয়ে গান্ধী তেওঁৰ দেশবাসীৰ নেতা। তেওঁ এনে এজন ৰাজনীতিজ্ঞ পুৰুষ, যিজনৰ কৃতকাৰ্য্যতা কোনো বিদ্যা বা কাৰিকৰী কৌশলৰ ওপৰত নিৰ্ভৰ নকৰে—নিৰ্ভৰ কৰে একমাত্ৰ তেওঁৰ ব্যক্তিত্বৰ বিশ্বাস জন্মাব পৰা ক্ষমতাৰ ওপৰত; তেওঁ এনে এজন বিজয়ী যোদ্ধা যিজনে শাৰীৰিক বল প্ৰয়োগ সদায় ঘৃণাৰে সৈতে পৰিত্যাগ কৰিছে; গান্ধী হৈছে এনে এজন পুৰুষ, যিজন জ্ঞান আৰু বিনয়ৰ প্ৰতিমূৰ্ত্তি, সঙ্কল্পৰ দৃঢ়তা আৰু অবিচলিত নিষ্ঠাৰ বৰ্ম্মৰে সুৰক্ষিত; গান্ধী এনে এজন পুৰুষ, যিজনে দেশবাসীৰ উন্নতি আৰু মঙ্গলৰ কাৰণে তেওঁৰ সকলো শক্তি নিয়োগ কৰিছে; যিজনে মানুহৰ সাধাৰণ মৰ্য্যাদাৰে ইউৰোপৰ পাশবিক শক্তিৰ সন্মুখীন হৈছে আৰু এনেকৈ সকলো সময়তে ওপৰলৈ উঠিছে।

ভৱিষ্যত পুৰুষৰ লোক সকলে, হয়তো বিশ্বাস কৰিবলৈ টান পাব যে গান্ধী যেনে এজন, তেনে এজন তেজ মঙহৰ শৰীৰৰ মানুহে এইখন পৃথিৱীতে এদিন বিচৰণ কৰিছিল।

# সূচীপত্ৰ

# আগ কথা

ব্যাস বশিষ্ঠ বাল্মিকী বাদৰায়ণৰ দেশ ভাৰতবৰ্ষই আমাৰ এইটো যুগতে জন্ম দিলে গান্ধীজীক। ক্ৰান্তিকাৰী বৈপ্লবিক ধাৰণা আৰু ভাৱৰাশিৰে সৈতে গান্ধীজী প্ৰাচীন ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ মূৰ্ত্ত প্ৰতীক—প্ৰাণৱন্ত এটি ধাৰা। যুগৰ এক সন্ধিক্ষণত এইজনা পুৰুষৰ আৱিৰ্ভাৱে ভাৰতবৰ্ষৰ ইতিহাসৰ গতি পৰিবৰ্ত্তন কৰি থৈ গৈছে। পৰ পদানত, লাঞ্চিত, শোষিত ভাৰতবৰ্ষৰ নতুনকৈ প্ৰাণ প্ৰতিষ্ঠা কৰোঁতা এই জনা পুৰুষ। ভাৰতবৰ্ষৰ ৰাজনৈতিক দায়িত্বই অকল নহয়, যুগে যুগে সঞ্চিত হোৱা সামাজিক আৱৰ্জনা আৰু পঙ্কৰাশিৰে মলিন শিক্ষা দীক্ষাহীন, কপৰ্দ্দকশূন্য এটা মৃতপ্ৰায় পৰাধীন জাতিৰ সকলো দায়িত্ব কান্ধপাতি লৈ তেওঁ জাতীয় আত্মপ্ৰতিষ্ঠাৰ বাটত আগবাঢ়িল। ভাৰতৰ অগণণ মূক কৃষক বাইজৰ বুকৰ কথাই এই জনা পুৰুষৰ বাণীত ভাষা পালে। চাৰিওফালে অত্যাচাৰ, অপমান, শোষণ নিপীড়ণৰ অন্ধকাৰেৰে আচ্ছন্ন ভাৰত আকাশত তেওঁ জ্বলালে আশাৰ এগছ বন্তি, সাম্ৰাজ্যবাদৰ বিৰুদ্ধে বিদ্ৰোহৰ একুৰা অগণি। মুনিহ-তিৰোতা কৃষক-বনুৱা নিৰ্ব্বিশেষে ভাৰতৰ জনতা এক মহান আদৰ্শ আৰু উদ্দেশ্য আগত ৰাখি এইজনা জননায়কৰ পিছত একেলগে থিয় দিলে। দুৰ্ব্বল, ভয়াতুৰ এটা জাতিৰ বুকুত জাগি উঠিল অদম্য উদ্যম, অপৰাজেয় সাহ আৰু অফুৰন্ত প্ৰাণশক্তি। ভাৰতৰ জনশক্তি জাগ্ৰত হ'ল। ভাৰতৰ বিদ্ৰোহী আত্মাই আত্মপ্ৰকাশ কৰি গৰজি উঠিল—"হয় মুক্তি নহয় মৃত্যু।" গান্ধীজীৰ উদাত্ত আহ্বানত আ-সমুদ্ৰ হিমাচল উঠলি উঠিল ; ভাৰতবাসীৰ অতি আদৰৰ বীৰ জৱাহৰলালকে আদি কৰি সৃষ্টি

হ'ল অসংখ্য ৰথী আৰু মহাৰথী সকলৰ। সমস্ত বিশ্বই স্তব্ধ হৈ শুনিলে সত্য আৰু অহিংসাৰ মহাবাণী। শেষত ১৯৪২ চনত কাশ্মীৰৰ পৰা কন্যাকুমাৰীলৈ —অসমৰ পৰা গুজৰাটলৈকে ঝঙ্কাৰি উঠিল "ভাৰত ত্যাগ কৰা" মন্ত্ৰৰ হুঙ্কাৰধ্বনি। আত্মবলেৰে বলীয়ান ভাৰতবৰ্ষৰ উন্নত শিৰ শত অত্যাচাৰ, উৎপীড়ন, কাৰাদণ্ড একোৱে অৱনত কৰিব নোৱাৰিলে। নৈতিক শক্তিৰ ওচৰত পশু শক্তিয়ে পৰাজয় স্বীকাৰ কৰিলে। বুটিছে ভাৰত এৰি গ'ল। ভাৰতবৰ্ষ স্বাধীন হ'ল। হিংসাৰ বিৰুদ্ধে অহিংস সত্যাগ্ৰহৰ, ঘৃণাৰ বিৰুদ্ধে প্ৰেমৰ, নিপীড়ণৰ বিৰুদ্ধে কষ্টবৰণৰ, অভূতপূৰ্ব্ব গণ আন্দোলনৰে আলোড়িত, বীৰ বীৰাঙ্গনাৰ অমৰ কাহিনীৰে গৌৰবোজ্বল ভাৰতৰ ইতিহাসৰ এটা অধ্যায়ৰ সামৰণি পৰিল।

গোখেল, তিলক, গান্ধী, জৱাহৰৰ দৰে ভাৰতৰ ৰাজনৈতিক আকাশৰ তাৰকাবৃন্দৰ কাহিনীৰে এই অধ্যায় পৰিপূৰ্ণ। ভাৰতৰ স্বাধীনতা আন্দোলনৰ এই যুগটো বিশেষকৈ গান্ধীযুগো বুলিব পাৰি। সেইদিনা নাঙঠা ফকিৰ গান্ধীকে কেন্দ্ৰ কৰি ভাৰতৰ ৰাজনৈতিক ইতিহাস ৰচিত হৈছিল। গান্ধীজীয়ে য'তে বাহৰ পাতিছিল, সি ভঙ্গী কলনিয়েই হওক বা বিৰলা হাউছেই হওক, সবৰমতীয়েই হওক বা ৱাৰ্দ্ধা-সেৱা গ্ৰাম বা নোৱাখালীয়েই হওক, সেই ঠাইয়েই হৈ পৰিছিল ভাৰতৰ যে-ছৰকাৰী ৰাজধানী। ভাৰতৰ তথা পৃথিবীৰ বিভিন্ন দেশৰ নেতা আৰু সাংবাদিক সকলে তাতেই আহি গোট খাইছিল আৰু নানা প্ৰশ্ন সম্পৰ্কে গান্ধীজীৰ মতামত, দিহাপৰামৰ্শ লৈছিল। গান্ধীজীয়েও য'তে নেথাকক লাগে তাৰে পৰা দেশৰ প্ৰতিটো চুক কোণৰে ক'ত কি ঘটিছে নঘটিছে সকলো কথাৰে খবৰ ৰাখিছিল। কোনো ঠাইৰে সামান্য ঘটনায়ো তেখেতৰ দৃষ্টি এৰাব পৰা নাছিল। গান্ধীজীৰ এটা বিশেষ ক্ষমতা আছিল যে তেওঁ দেশৰ নাড়ী নক্ষত্ৰ নিৰ্ভুলকৈ অনুভৱ কৰিব পাৰিছিল। জনসাধাৰণৰ লগত একাত্মভাৱ হোৱাত জনসাধাৰণৰ

মনৰ কথা বুজাত তেওঁৰ ভুল নহৈছিল। দেশৰ লাখ কোটি জনতাই সেই কাৰণেই তেখেতৰ আঙুলি সঙ্কেতত উঠা বহা কৰিছিল। গান্ধীজীৰ ৰাজনৈতিক জীৱনৰ উত্তৰাধিকাৰী শ্ৰীজৱাহৰলাল নেহৰুৱে তেখেতৰ "The Spirit of India" নামৰ প্ৰৱন্ধত গান্ধীজী সম্পৰ্কে লিখা কেই আষাৰ মান কথা এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। তেখেতে লিখিছে—"তেওঁ ভাৰতবৰ্ষৰ প্ৰতিনিধিত্ব কৰে। এজন মানুহ এখন দেশৰ এনে ভাবে প্ৰতিভূ হোৱাতো এটা আশ্চৰ্য্যজনক কথা। এই পুৰাণ প্ৰসিদ্ধ নিপীড়িত দেশখনৰ অন্তৰাত্মাৰ কথা তেওঁ প্ৰকাশ কৰিছে। তেওঁৱেই যেন আছিল ভাৰতবৰ্ষ। তেওঁৰ ব্যৰ্থতাও যেন ভাৰতীয় ব্যৰ্থতা। তেওঁৰ প্ৰতি কৰা অৱমাননা তেওঁৰ ব্যক্তিগত কথা নাছিল। ই আছিল জাতিৰ প্ৰতি অৱমাননা। সম্ৰাটৰ প্ৰতিনিধি আৰু অন্যান্য যি সকলে এনেধৰণৰ অবাঞ্চিত ব্যৱহাৰ কৰিছিল, তেওঁলোকে উপলব্ধি কৰিব পৰা নাছিল যে কি বিপজ্জনক গছৰ গুটি তেওঁলোকে সিচিছিল। মোৰ মনত পৰে ১৯৩১ চনৰ ডিচেম্বৰ মাহত ঘূৰণীয়া মেজমেলৰ পৰা উভটি আহোতে পোপে তেওঁক দেখা কৰিবলৈ অমান্তি হোৱাত মই কেনেকৈ মৰ্ম্মাহঁত অনুভৱ কৰিছিলো।" নেহৰুজীৰ ভাষাতে কবলৈ গলে—শাৰীৰিকভাবে ক্ষীণ মানুহ জনৰ ভিতৰখন তীখাৰ দৰে টান আৰু যিমান বিক্ৰমশালীয়েই নহওক কিয় কোনো শক্তিয়ে লৰচৰ কৰিব নোৱাৰা শিল এচপৰাৰ নিচিনা আছিল।

ভাৰতীয় জাতীয় কংগ্ৰেছৰ পাণ্ডু অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি দেশ ভক্ত তৰুণৰাম ফুকনে—"শক্তিশালী অৰুণমান মনুহজন আৰু সৱৰমতীৰ ভেড়াৰখীয়া" বুলি সম্বোধন কৰা এই মানুহজনে প্ৰায় অৰ্দ্ধশতাব্দী জুৰি ভাৰতীয় জাতীয় জীৱনৰে সৈতে ওতপ্ৰোত ভাবে জড়িত থাকি নিজৰ আদৰ্শ আৰু বিশ্বাসৰ বেদীমূলত আত্মবলিদান কৰি মানুহ জাতিক নতুন বাটৰ পোহৰ দেখুৱাই গৈছে। তেখেতৰ আদৰ্শই নব দিগন্তৰ সৃষ্টি কৰিছে।

গান্ধীজী আজি আমাৰ মাজত নাই। উত্তৰ পুৰুষ সকলে তেখেতৰ লিখনীৰ মাজেদি কেৱল এইজনা পুৰুষৰ ভাৱৰাশি আৰু কাৰ্য্যাৱলীৰ লগত জীৱন্ত সংযোগ স্থাপন কৰিব পাৰে। কিন্তু এই কথা মনত ৰাখিব লাগিব যে গান্ধী মানুহজন তেওঁৰ লিখনীত কৈও ডাঙৰ। তেওঁৰ লিখায়ো যেন তেওঁক সম্পূৰ্ণৰূপে প্ৰকাশ কৰিব নোৱাৰে। নেহৰুজীয়ে কোনো এঠাইত এই সম্পৰ্কে লিখিছে —"গান্ধীজী তেখেতৰ লিখনীতকৈও বহুতগুণে শ্ৰেষ্ঠ আৰু মহৎ। যিসকল লোকে ব্যক্তিগতভাৱে গান্ধীজীক নেজানে কেৱল তেখেতৰ লিখাহে পঢ়িছে তেওঁলোকে তেওঁক পুৰোহিত শ্ৰেণীৰ দীঘল মুখৰ, শুক গম্ভীৰ চেহেৰাৰ এজন লোক বুলি ভাবিব পাৰে। দৰাচলতে গান্ধীজী তাৰ সম্পূৰ্ণ বিপৰীত। তেখেতৰ মিচিকিয়া হাঁহি আছিল আনন্দদায়ক। খোলা হাঁহিয়ে আনকো সংক্ৰামিত কৰিছিল। তেওঁৰ উপস্থিতিয়ে গহীন আৰু বিষণ্ণভাব নষ্ট কৰি লঘু আৰু আনন্দময় পৰিবেশৰ সৃষ্টি কৰিবলৈ সমৰ্থ হৈছিল। তেখেতৰ গাত শিশুৰ নিচিনা সবল চমৎকাৰ কিবা এটা গুণ আছিল। কোনো এটা কোঠালৈ সোমাই আহোঁতে এছাটি মুকলি বতাহো তেখেতে লগত লৈ আহিছিল আৰু পৰিবেশটো লঘু কৰি তুলিছিল।"

গান্ধীজীৰ জীৱনৰ বিশেষত্ব হৈছে যে, ভাৱ, কথা আৰু কামৰ ভিতৰত দৈনন্দিন জীৱনত কেতিয়াও ক'তো "মিথ্যাচাৰ" নথকা শুভ্ৰ নিৰ্ম্মল পবিত্ৰ জীৱনৰ দৃষ্টান্ত এখন মেলা কিতাপৰ দৰে তেওঁ জনসাধাৰণৰ আগত দাঙি ধৰিছিল। বহুত লিখক বা বক্তাই যিমান ভাল ভাল কথা লিখে বা কয় সেই হিচাপে তেওঁলোকৰ নিজৰ জীৱন গঢ়া নহব পাৰে। কেতিয়াবা কেতিয়াবা কোৱা বা লিখা কথা এক ধৰণৰ, লিখক বা বক্তাৰ জীৱন অন্যধৰণৰ হোৱাও দেখা যায়। গান্ধীজীৰ ক্ষেত্ৰত ই সম্পূৰ্ণ বিপৰীত। তেওঁ নিজৰ অন্তৰৰ অন্তৰতম প্ৰদেশত যি সত্য উপলব্ধি কৰিছিল আৰু নিষ্ঠাৰে

লৈতে যি সত্য নিজৰ জীৱনত খটুৱাইছিল আৰু পৰিপূৰ্ণভাবে পালন কৰাত কৃতকাৰ্য্য হৈছিল তাকেহে তেখেতৰ লিখনীত বা ভাষণত তেখেতে প্ৰকাশ কৰিছিল। চিন্তা, কথা আৰু কামৰ মাজত অকণো বিভিন্নতা নথকা জীৱনৰ কথা সৰল সহজ ভাবে তুলাচনীত জুখি লিখাৰ দৰে এটাও অপ্ৰয়োজনীয় শব্দৰ ব্যৱহাৰ নকৰাকৈ অন্তৰৰ অনুভূতি সমূহক গান্ধীজীৰ বাহিৰে আন কোনেও ইমান নিখুট ভাবে ভাষাত ৰূপ দিয়া সম্ভৱ নহয়। গান্ধীজীয়ে কৈছিল "মোৰ জীৱনেই মোৰ বাণী।" গান্ধী লিখনীৰ জৰিয়তে হয়তো আজি সাধৰণ লোক সকলে গান্ধীজীৰ জীৱনৰ পৰশ পাব পাৰে। গান্ধীজীৰ লিখা গতানুগতিক ভাবে পঢ়াৰ কথা নহয়। এইজনা সত্যদ্ৰষ্টা ঋষিৰ অন্তৰাত্মাৰ ভাষা অনুভৱ কৰাৰ হে কথা। তেখেতৰ আদৰ্শত নিষ্ঠা আৰু বিশ্বাস থকা সকলৰ পক্ষেহে ই সম্ভৱপৰ।

গান্ধীজীৰ জীৱনজোৰা সাধনাৰ প্ৰথম পদক্ষেপ হিচাবে, ভাৰতবৰ্ষৰ ৰাজনৈতিক স্বাধীনতা লাভ হৈছে। এই বিৰাট সফলতা লাভ কৰিবলৈ যাওঁতে দৈনন্দিন জীৱনত তেখেতে যি ঘাত-প্ৰতিঘাত, সফলতা-বিফলতা, দুঃখ-কষ্ট সহ্য কৰিব লগীয়া হৈছিল—তাৰ ফল স্বৰূপে যি অমূল্য অভিজ্ঞতা তেখেতে সঞ্চয় কৰিছিল তাৰ কাহিনীয়ে পিছৰ পুৰুষ সকলক সদায়েই প্ৰেৰণা যোগাব। সামাজিক পঙ্কৰাশি ধুই মেলি দেশৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক গাঁঠনি সুদৃঢ়ভাবে বান্ধিবৰ কাৰণে নতুন সমাজ শৃঙ্খলাৰ যি ৰূপৰেখা তেখেতে তেখেতৰ অসংখ্য ভাষণ আৰু লিখনীৰ মাজেদি আঁকি থৈ গৈছে তাক জাতিয়ে কাৰ্য্যত পৰিণত কৰি তেখেতৰ কল্পনাৰ ছবিখন আঁকিব পাৰোকেই বা নোৱাৰোকেই সমস্ত মানুহ সমাজৰ কাৰণে দিক্‌দৰ্শন হিচাবে ই চিৰকাল উজ্জ্বল হৈ থাকিব। নৈতিক শক্তি ৰাজনৈতিক ক্ষেত্ৰত খটুৱাই নতুন সমাজ ৰচনাৰ, নতুন সভ্যতা গঢ়াৰ এক অভিনৱ উপায় তেখেতে দি গৈছে। হিংসা, দ্বেষ, বাদ বিসম্বাদৰে জৰ্জ্জৰিত পৃথিৱীত মানুহ জাতিক ৰক্ষা কৰিবৰ কাৰণে মুক্তিকৱচ ৰূপে

গান্ধী সাহিত্য চিৰকাল অম্লান হৈ যে থাকিব তাত সন্দেহ কৰিব লগীয়া নাই।

গান্ধী-সাহিত্য প্ৰকাশ বা প্ৰচাৰৰ অধিকাৰী আমি নহওঁ বুলি ভালকৈ জানিও এই বছৰত গান্ধী শত বাৰ্ষিকী উদযাপনৰ যি যো-জা চলিছে সেই জাতীয় যজ্ঞত সৰ্ব্বসাধাৰণৰ মাজৰ নগণ্য এজনে তেওঁৰ অবিহণা আগবঢ়োৱাৰ মানসেৰে এই সৰু কিতাপখন ৰাইজৰ সন্মুখলৈ আগবঢ়োৱা হৈছে।

সংগ্ৰহ, সম্পাদনা আৰু ভাঙনিত মোৰ অজ্ঞতা আৰু অক্ষমতাৰ কাৰণে বহুতো ভুলত্ৰুটি বৈ গৈছে। সহৃদয় পাঠক পাঠিকা আৰু ৰাইজৰ ওচৰত তাৰ কাৰণে বিনীতভাৱে ক্ষমা প্ৰাৰ্থনা মাগিছোঁ।

২, পণ্ডিত পান্ত মাৰ্গ
নিউ দিল্লী
২ অক্টোবৰ, ১৯৬৮

শ্ৰীবিমল ভাগৱতী

# ভাৰতীয় নাৰীসকললৈ

"নাৰীক অবলা বুলি কৈ তেওঁলোকক নিন্দা কৰা হয় মাথোন, নাৰীৰ প্ৰতি ই পুৰুষৰ অন্যায় বিচাৰ। যদিহে পশু শক্তিকে শক্তি বোলা হয় তেন্তে ই সচা যে তিৰোতা মুনিতকৈ কম পশু। আনহাতে শক্তি মানে যদি নৈতিক শক্তিকহে বুজায় তেন্তে স্বীকাৰ কৰিবই লাগিব যে নাৰী পুৰুষতকৈ বহুগুণে শ্ৰেষ্ঠ।"

গান্ধীজীয়ে তেওঁৰ বিখ্যাত ডাণ্ডি যাত্ৰাৰ সময়ত ভাৰতীয় নাৰী সকললৈ তলত দিয়া ধৰণে আবেদন জনায়:

'লোণ আইন অমান্য' আন্দোলনত যোগ দিবৰ কাৰণে কিছুমান ভনী অধৈৰ্য্য হৈ পৰাতো ভালৰে লক্ষণ। পিছে, ভাবি চিন্তি চাই দেখা গৈছে যে লোণ আইন অমান্যৰ অভিযান যিমানেই আকৰ্ষণীয় নহওক লাগিলে, তেওঁলোকে ইয়াত যোগ দিয়াতো এটা পয়ছালৈ এটা টকা সলনি কৰাৰ দৰে কথাহে হব। তেওঁলোক জনতাৰ মাজত হেৰাই যাব। যি কষ্ট বৰণ কৰিবৰ কাৰণে তেওঁলোক ব্যাকুল হৈ পৰিছে সেই সুবিধা তেওঁলোকে তাত নেপাব।

এই অহিংস যুদ্ধত আইসকলৰ বৰঙণি পুৰুষতকৈ বহুত গুণে বেচি হ'ব লাগিব। নাৰীক দুৰ্ব্বল অবলা বুলি কৈ তেওঁ-লোকক নিন্দা কৰাহে হয়। ই নাৰীৰ প্ৰতি পুৰুষৰ অন্যায় বিচাৰ। যদিহে পশু শক্তিকে শক্তি বোলা হয় তেন্তে ই সচা যে তিৰোতা মুনিহত কৈ কম পশু। আনহাতে শক্তি মানে যদি নৈতিক শক্তিক হে বুজায় তেন্তে বাস্তবিকতে তিৰোতা পুৰুষতকৈ বহুগুণে শ্ৰেষ্ঠ। তেওঁলোকৰ স্বাভাবিক জ্ঞান, আত্মত্যাগৰ ক্ষমতা, সহ্যগুণ, সাহস, এই সকলোবোৰ গুণ পুৰুষৰ তুলনাত অধিক

নহয় নে ? মাতৃজাতিৰ অবিহনে মানুহৰ অস্তিত্বই নাথাকিল হেঁতেন। অহিংসা যদি জীৱনৰ ধৰ্ম্ম হয় তেন্তে স্বীকাৰ কৰিব লাগিব যে জীৱজগতৰ ভৱিষ্যত মাতৃজাতিৰ হাতত।

কেবা বছৰো ধৰি, মই এই বিষয়ে চিন্তা কৰি আহিছো। কেৱল মাথোন লোণ আইন ভঙাতকৈ আইসকলে স্বাধীনতাৰ যুদ্ধত বহুত ডাঙৰ কাম কৰিব লগা আছে। আশ্ৰমৰ তিৰোতা সকলে পুৰুষৰে সৈতে একে ক্ষেত্ৰতে একেলগে কাম কৰাৰ কথাত যেতিয়া বেচি জোৰ দিয়ে তেতিয়া মোক মোৰ ভিতৰৰ পৰা কোনোবাই সেইদৰে কোৱা যেন মোৰ অনুভৱ হয়।

বিশেষভাবে আইসকলেহে কৰিব পৰা সেই কাম মই এতিয়া বিচাৰি পাইছো যেন মোৰ অনুভৱ হৈছে। যদিও ১৯২১ চনত মদৰ দোকান আৰু বিদেশী কাপোৰৰ দোকানত পুৰুষ সকলে চলোৱা পিকেটিং কাৰ্য্য অলপ দিনৰ কাৰণে আশাতীত ভাবে সফল হৈছিল তথাপি ই শেষত অকৃতকাৰ্য্য হয় তাত হিংসাৰ ভাব সোমোৱা কাৰণে। যদি প্ৰকৃততে মাদকতা নিবাৰণৰ ভাব সৃষ্টি কৰিব খোজা হয় তেন্তে পিকেটিং কাৰ্য্য পুনৰ আৰম্ভ কৰিব লাগিব। যদি শেষলৈকে এই কাম শান্তিপূৰ্ণভাবে চলি থাকে তেন্তে মই ভাবো বৰ কম সময়ৰ ভিতৰতে সংশ্লিষ্ট লোকসকলক শিকাবও পৰা যাব। এই কামত জোৰ জুলুম খটুৱাৰ প্ৰশ্নই উঠিব নোৱাৰে। ই হ'ব লাগিব মত পৰিবৰ্ত্তনৰ, নৈতিক পৰামৰ্শ দানৰ কথা। মানুহৰ অন্তৰত নাৰীতকৈ অধিক সফল আৰু কাৰ্য্যকৰী আবেদন কোনে জনাব পাৰে ?

মাদক দ্ৰব্য পান আৰু বিদেশীবস্ত্ৰ ব্যৱহাৰ শেষত আইনৰ দ্বাৰাই নিষিদ্ধ হ'ব লাগিব। কিন্তু তলৰ পৰা দৃঢ়তাবে যদি এই বিষয়ৰ ওপৰত জোৰ দিয়া নহয় তেন্তে আইন কেতিয়াও নহয়। এই দুয়োটা কথাই জাতিৰ কাৰণে অতীৱ প্ৰয়োজন। মোৰ বিশ্বাস এই বিষয়ে কাৰো দ্বিমত নাই। মাদক দ্ৰব্যৰ ব্যৱহাৰ যাৰ স্বভাৱত পৰিণত হৈছে তেওঁলোকৰ নৈতিক জীৱন একেবাৰে ধ্বংস

হয়। বিদেশী বস্ত্রৰ ব্যৱহাৰে জাতিৰ অৰ্থনৈতিক গাঠনিৰ তোটি তলে তলে খহাবলৈ ধৰে আৰু লগতে লাখ লাখ মানুহক নিবন্নুৱা কৰে। এই দুয়োটা কথাৰে বেয়াফল ঘৰ বিলাকত তিৰোতাসকলেহে ভোগ কৰিবলগীয়া হয়। এখন শৃঙ্খলাপূৰ্ণ আৰু শান্তিৰ সংসাৰলৈ মদে কি সৰ্ব্বনাশ আনিব পাৰে তাক মদপী স্বামীৰ স্ত্রীসকলেহে কেৱল ভালদৰে জানে। নিবন্নুৱা অৱস্থা কি এক দাৰুণ অৱস্থা তাক আমাৰ দেশৰ লাখ লাখ তিৰোতাই জানে। চৰ্খা সঙ্ঘই আজি প্ৰায় একলাখ তিৰোতাক কামৰ ব্যৱস্থা কৰি দিছে। এই সঙ্ঘত পুৰুষৰ সংখ্যা দহ হাজাৰতকৈয়ো কমহে হ'ব।

ভাৰতবৰ্ষৰ নাৰী সমাজে এই দুই বিভাগৰ দায়িত্ব বহন কৰক আৰু তাত পাৰদৰ্শিতা দেখুৱাই জাতীয় সংগ্ৰামত পুৰুষতকৈ অধিক বৰঙনি যোগাওক।

এই কামৰ দ্বাৰা আইসকলৰ মনত ইতিপূৰ্ব্বে অনুভৱ নকৰা আত্মবিশ্বাস জন্মিব আৰু তেওঁলোকে এই কামৰ মাজেদিয়েই ক্ষমতালাভৰ পথ বিচাৰি পাব। তেওঁলোকৰ আকুল আবেদনে বেপাৰী সকলৰ, বিদেশী বস্ত্র কিনোতা সকলৰ, মদৰ মহলদাৰ আৰু মদপী সকলৰ অন্তৰ নিশ্চয় গলাব পাৰিব। এই কাম কৰিবলৈ যাওঁতে তিৰোতা সকলে কেতিয়াবা হিংসাৰ পথ গ্ৰহণ কৰিব পাৰে বুলি ওপৰত উল্লেখ কৰা চাৰিটা শ্ৰেণীয়ে অন্ততঃ কেতিয়াও সন্দেহ নকৰে। গৱৰ্ণমেণ্টেও এনে শান্তিপূৰ্ণ আৰু অপ্ৰতিহতভাবে চলা আন্দোলনৰ প্ৰতি বেচিদিন চকুমুদি গা এৰাদি থাকিব নোৱাৰিব।

পুৰুষ সকলৰ সহায় নোলোৱাকৈ অকল নাৰীৰ নেতৃত্ব আৰু পৰিচালনাত চলা বাবে এই আন্দোলনৰ সৌষ্ঠৱো নিশ্চয় বাঢ়িব। আইসকলে পুৰুষ সকলৰ পৰা যিমানখিনি সহায়ৰ প্ৰয়োজন সেই-খিনি ল'ব পাৰে। পুৰুষ সকলেও সিমানখিনি সহায় তেওঁলোকক কৰা উচিত। পিছে, তাকে কৰোঁতে পুৰুষে সদায় তিৰোতাৰ অধীনত

তিৰোতাই দিয়া নির্দ্দেশ ক্রমে কাম কৰিবলৈ সাজু হ'ব লাগিব। মোৰ এই অভিমত যে এই আন্দোলনত শিক্ষিত অশিক্ষিত হাজাৰ হাজাৰ তিৰোতাই অংশ গ্রহণ কৰিব পাৰে। মোৰ এই আবেদনে আমাৰ দেশৰ উচ্চ শিক্ষিতা নাৰী সকলৰ সন্মুখত জনসাধাৰণৰ লগত নিজকে মিলাই লবৰ কাৰণে আৰু জনসাধাৰণক তেওঁলোকৰ নৈতিক আৰু সাংসাৰিক জীৱনৰ উন্নতিৰ কাৰণে সহায় কৰিবলৈ সুযোগ উপস্থিত কৰিছে।

শিক্ষিতা আইসকলে বিদেশী বস্ত্র বর্জ্জন বিষয়টো যেতিয়া অধ্যয়ণ কৰিব তেতিয়া তেওঁলোকে দেখিব যে, খাদীৰ যোগেদি নকৰিলে ই সম্ভবপৰ নহয়। মিল মালিক সকলে নিজেই এই কথা স্বীকাৰ কৰিব যে অদূৰ ভবিষ্যতে তেওঁলোকে সকলো ভাৰতীয় লোকৰে প্রয়োজন পূৰণৰ জোখাৰে কাপোৰ উৎপাদন কৰিব নোৱাৰিব। কিন্তু আমি যদি এটা আৱশ্যকীয় বাতাবৰণ সৃষ্টি কৰিব পাৰো তেন্তে আমাৰ অগণন গাৱঁৰ প্রত্যেকৰে ঘৰে ঘৰে খাদী উৎপন্ন হ'ব পাৰে। ভাৰতীয় নাৰী সকলে তেওঁ-লোকৰ আজৰি সময়ৰ প্রতিটো মিনিট সূতা কটাত লগাই এনে এটা বাতাবৰণৰ সৃষ্টিকৰোক। খাদী উৎপাদনৰ প্রশ্নটো যথেষ্ট পৰিমাণে সূতা কটাৰ ওপৰতে নির্ভৰ কৰিছে। অৱস্থাৰ হেঁচাত পৰি মার্চ্চ মাহৰ যোৱা দহদিনতহে মই টাকুৰীৰ সম্ভাৱনা সম্পর্কে বুজিব পাৰিছো। আগতে এইকথা মই জনা নাছিলো। সঁচাকৈয়ে টাকুৰীৰ দ্বাৰা আশ্চর্য্যজনক কাম আদায় কৰিব পাৰি। ধেমালিৰ ছলতে মোৰ লগৰীয়া সকলে আন কামৰ কোনো ক্ষতি নকৰাকৈ দৈনিক ৪ গজ কাপোৰৰ জোখাৰে সূতা কাটিছিল। যুদ্ধ প্রচেষ্টা হিচাপেও খাদী অপৰাজেয়।

বিদেশী বস্ত্র বর্জ্জন আৰু মাদক দ্রব্য নিবাৰণ, এই দুই সংস্কাৰৰ নৈতিক ফল দেখাদেখিকৈয়ে মহৎ। মাদক দ্রব্য বন্ধৰ দ্বাৰা মুঠ ৰাজহত ২৫ কোটী টকাৰ ঘাটি পৰিব। ইফালেদি বিদেশী

বস্ত্র বর্জ্জন মানে কোটী কোটী ভাৰতীয় মানুহৰ ৬০ কোটী টকাৰ ৰাহি হব। লোণ আইন অমান্যৰ দ্বাৰা হোৱা লাভতকৈ টকাৰ হিচাপত এই দুই শিতানৰ লাভ বহুত বেচি। এই দুই সংস্কাৰৰ নৈতিক ফলাফলৰ মূল্য নিৰূপণ কৰাতো এটা অসম্ভৱ কথা।

এই খিনিতে কোনো কোনো ভনীয়ে হয়তো আপত্তি কৰি কব পাৰে যে মদ আৰু বিদেশী বস্ত্র বর্জ্জনৰ কাৰণে পিকেটিং কৰাত কোনো উত্তেজনা বা বিচিত্রতা নাই। পিছে মই ক'ব খোজো যে যদিহে তেওঁলোকে এই আন্দোলন অন্তৰ ঢালি কৰিব পাৰে তেন্তে দেখিব তাতো বিচৰাতকৈ অধিক পৰিমাণে উত্তেজনা আৰু সাহসৰ কামৰ আৱশ্যকতা আছে। আন্দোলন ভালকৈ আৰম্ভ কৰাৰ আগতেই হয়তো তেওঁলোক জেলত সোমাব লাগিব। এই কামত তেওঁলোকে অপমান পোৱা বা শাৰীৰিক আঘাত পোৱাতোও একো আচৰিত কথা নহয়। এনেধৰণৰ আঘাত আৰু অপমান সহ্য কৰাতো তেওঁলোকৰ কাৰণে গৌৰৱৰ কথা হ'ব। এনে কষ্ট বৰণ যদি কৰিবলগীয়া হয় তেন্তে বুজা যাব উদ্দেশ্য পূৰণ হবলৈ আৰু বেচি পলম নাই।

যদি ভাৰতবৰ্ষৰ নাৰীসমাজে মোৰ এই আবেদনলৈ কৰ্ণপাত কৰে তেন্তে শীঘ্রে তেওঁলোকে কাম আৰম্ভ কৰক। সর্ব্বভাৰতীয় ভিত্তিত সংগঠন কৰি ততাতৈয়াকৈ যদি কাম আৰম্ভ কৰিব নোৱাৰি তেন্তে যিবিলাক প্রদেশে অন্ততঃ সংগঠন কৰিব পাৰে তেওঁলোকেই প্রথমে কাম আৰম্ভ কৰক। মোৰ বিশ্বাস তেওঁলোকৰ আদর্শ আন আন প্রদেশেও গ্রহণ কৰিব।

# হিন্দু বিশ্ববিদ্যালয়ৰ বক্তৃতা

"বেনাৰস হিন্দু বিশ্ববিত্যালয়ৰ উদ্বোধন উপলক্ষে ১৯১৬ চনৰ ৪ ফেব্ৰুৱাৰি তাৰিখে গান্ধীজীয়ে তলৰ বক্তৃতাটো দিছিল। বক্তৃতাটো গান্ধীজীয়ে নিজে সম্পাদনা কৰিছিল। সম্পাদনা কৰিবলৈ গৈ গান্ধীজীয়ে লিখিছিল—"উত্তেজনা নথকা ছপা আখৰত পৰি যিবিলাক শব্দই বক্তৃতাটো পঢ়িবলৈ বেয়া লগা কৰিব পাৰে বক্তৃতাটোৰ পৰা মই মাত্ৰ তেনে শব্দ কিছু মানৰ আতিশৰ্য্য গুচাব খুজিছো।"

"বন্ধু সকল! এই ঠাই আহি পোৱাত মোৰ বৰ বেচি পলম হোৱা বাবে মই আপোনাসকলৰ ওচৰত ক্ষমা ভিক্ষা কৰিছোঁ। এই পলমৰ কাৰণে মই বা আন কোনো মানুহে গঢ়া সংগঠন দায়ী নহয় বুলি যেতিয়া শুনিব তেতিয়া নিশ্চয় ততালিকে আপোনাসকলে মোক ক্ষমা কৰিব ( হাস্যৰোল )। আচল কথা হৈছে মই হৈছো দেখুৱাই লৈ ফুৰোৱা জন্তু এটাৰ নিচিনা। অতিমাত্ৰা দয়াপৰবশ হৈ মোৰ গৰাকী সকলেও সদায়েই এটা অতি আৱশ্যকীয় বিষয়ৰ প্ৰতি অমনযোগী হ'ব লগাত পৰে। সেইটো হৈছে আকস্মিক ঘটনা। আজিৰ ক্ষেত্ৰটো তেওঁলোকে এটাৰ পিছত আনটো কৈ মোৰ, মোৰ গৰাকীসকলৰ আৰু বাহনখনৰ যিবিলাক আকস্মিক ঘটনা ঘটিল তাৰ ভু আগতীয়াকৈ ৰাখিব পৰা নাছিল—ফলত এই পলম।

বন্ধুসকল! এই অলপ আগতে বক্তৃতা সামৰি বহা ভদ্ৰমহিলাৰ ( মিচেচ এনী বেশান্ত ) অতুলনীয় বাগ্মীতাৰ প্ৰভাৱত পৰি আপোনাসকলে নেভাবিব যে, আমাৰ এই বিশ্ববিত্যালয়খন সকলোপিনৰ পৰা সম্পূৰ্ণ পৰিপূৰ্ণ এটি অনুষ্ঠানত পৰিণত হৈছে আৰু বাস্তৱ ক্ষেত্ৰত এতিয়াও সম্পূৰ্ণ হবলৈ বাকী থকা বিশ্ববিত্যালয়

খনলৈ যি সকল ডেকা লৰা আছিছে তেওঁলোক ইয়াৰ পৰা এখন বিশাল দেশৰ উপযুক্ত নাগৰিক হৈ উলটি গৈছে। এনে এটা ভাব লৈ যেন আপোনাসকল উলটি নাযায়। বিশেষকৈ আজি সন্ধিয়া যি ছাত্ৰ সমাজক উদ্দেশ্য কৰি মই এই কেষাৰ কথা কৈছো তেওঁলোকে যেন এক মুহূৰ্ত্তৰ বাবেও নেভাবে যে যি আধ্যাত্মিকতাৰ বাবে এই দেশ বিখ্যাত, আৰু এই বিষয়ে যাৰ পৃথিবীতে আন কোনো প্ৰতিদ্বন্দ্বী নাই, সেই আধ্যাত্মিকতাৰ জীৱন কেৱল মুখৰ কথাৰেই সঞ্চাৰিত কৰিব পাৰি। আপোনাসকলৰ কোনোবাই যদি এনেকৈ ভাবিছে তেন্তে আপোনাসকলে ভুল ভাবিছে। ভাৰতবৰ্ষই পৃথিবীক যি বাণী এদিন শুনাব বুলি মই আশা ৰাখিছো সেইবাণী কেতিয়াও কেবল মুখৰ কথাৰে শুনাব নোৱাৰি। বক্তৃতা আৰু ভাষণত মই নিজেই বিৰক্ত হৈ পৰিছো। যোৱা দুদিন ধৰি এই ঠাইত হোৱা বক্তৃতাসমূহ মই মানি লৈছো। কাৰণ, তেনেধৰণৰ বক্তৃতাৰ প্ৰয়োজন আছিল। কিন্তু মই সাহেৰে এই কথাও কব খোজো যে সম্প্ৰতি আমাৰ বক্তৃতাৰ সম্বল প্ৰায় শেষ হৈ আহিছে। বক্তৃতা সমূহৰ দ্বাৰা আমাৰ চকুকান তৃপ্ত হল—শেষ হল, এই বুলি আমি ইমানতে সন্তুষ্ট হলে নচলিব। আমাৰ অন্তৰত বক্তৃতাৰ কথাবিলাকে খুন্দিয়াব লাগিব আৰু সেই অনুসাৰে আমি হাত ভৰিও লৰাব লাগিব। যোৱা দুদিন ধৰি আমি শুনিছো যে যদি আমি ভাৰতীয় চৰিত্ৰৰ সবলতা ৰক্ষা কৰিব খোজো তেন্তে হৃদয়ৰ নিৰ্দ্দেশ অনুসৰি আমাৰ হাত ভৰি লৰাব লাগিব। কিন্তু এই কেষাৰ কথাৰে মই পাতনিহে মেলিছো। সচাকৈয়ে ই বৰ লাজ আৰু অপমানৰ কথা যে মই আজি এই পৱিত্ৰ নগৰৰ মহান বিশ্ব-বিদ্যালয়ত দেশবাসীলৈ এটা বিদেশী ভাষাৰ মাধ্যমেৰে মোৰ বক্তব্য ডাঙি ধৰিব লগীয়া হৈছে। মই ভালকৈ জানো যে এই দুদিনধৰি বক্তৃতা শুনা শ্ৰোতাসকলৰ পৰীক্ষা লবলৈ মোক যদি পৰীক্ষক নিযুক্ত কৰা হয়, তেনে এই কথা নিঃসন্দেহে কব পাৰি যে

তেওঁবিলাকৰ ভিতৰৰ সৰহ সংখ্যকেই উত্তীৰ্ণ হ'ব নোৱাৰিব। কিয়? কাৰণ শুনা কথাবিলাকে তেওঁলোকক স্পৰ্শ কৰিব পৰা নাই। ডিচেম্বৰ মাহত বহা কংগ্ৰেছ মহাসভাৰ বাৰ্ষিক অধিবেশনত মই উপস্থিত আছিলোঁ। তাত বিশাল জনতা গোট খাইছিল। পিছে, মই যদি কওঁ আপোনাসকলে বিশ্বাস কৰিবনে যে বম্বেৰ সেই বিৰাট শ্ৰোতামণ্ডলীক কেৱল হিন্দুস্থানী বক্তৃতা কেইটাই হে স্পৰ্শ কৰিছিল। মনত ৰাখিব সেই ঠাই বম্বে, বেনাৰস নহয়—য'ত প্ৰত্যেকেই হিন্দীত কথা কয়। বম্বে প্ৰদেশৰ নিজা বাসিন্দাসকলৰ মাতৃভাষা আৰু হিন্দীৰ মাজত, ইংৰাজী আৰু ভাৰতৰ অন্যান্য প্ৰদেশৰ ভাষাসমূহৰ মাজত থকা পাৰ্থক্যৰ নিচিনা পাৰ্থক্য নাই। সেই কাৰণে দৰ্শকে হিন্দীত দিয়া বক্তৃতাবিলাক ভালকৈ বুজিব পাৰিছিল। মই আশা কৰোঁ এইখন বিশ্ববিদ্যালয়ে, ইয়ালৈ অহা ছাত্ৰসকলে যাতে নিজ মাতৃভাষাৰ জৰিয়তে শিক্ষা লাভ কৰিব পাৰে তালৈ লক্ষ্য ৰাখিব। আমাৰ ভাষা আমাৰেই প্ৰতিবিম্ব। যদি আপোনা সকলে ভাবে যে আমাৰ ভাষা ইমানেই দুখীয়া যে, তাৰ জৰিয়তে কোনো উত্তম ভাব প্ৰকাশ কৰিব নোৱাৰি, তেন্তে পৃথিবীৰ পৰা যিমান সোনকালে আমি নিশ্চিহ্ন হৈ যাওঁ তিমানেই আমাৰ কাৰণে মঙ্গল। এনে কোনোবা এজনো আছেনে যি জনে ভাবে যে ইংৰাজী ভাষা আমাৰ দেশত কেতিয়াবা ৰাষ্ট্ৰভাষা হ'ব পাৰে? ( চিঞৰ : কেতিয়াও নহয় ) জাতিৰ ওপৰত এই অনাহক বাধা আৰোপৰ প্ৰয়োজন কি? আপোনা সকলে একমুহূৰ্ত্ত চিন্তা কৰি চাওক—ইংৰাজ লৰাৰে সৈতে কেনে অসমান প্ৰতিযোগীতা এটাত আমাৰ লৰাই যোগ দিব লগা হৈছে। এবাৰ পুনাৰ প্ৰফেছৰ কেজন মানৰে সৈতে ঘনিষ্ঠ ভাবে কথাবতৰা পতাৰ সুযোগ পাইছিলোঁ। তেওঁলোকে কৈছিল যে প্ৰত্যেকজন ভাৰতীয় লৰাই ইংৰাজী ভাষাৰ মাধ্যমেৰে শিক্ষালাভ কৰে কাৰণে তেওঁলোকে জীৱনৰ অন্ততঃ ছটা মূল্যবান বছৰ নষ্ট কৰে। আপোনাসকলে নিজেই

এতিয়া এটা অন্ত কৰি উলিয়াওক। স্কুল কলেজৰ পৰা শিক্ষা লাভ কৰি ওলোৱা ছাত্ৰৰ সংখ্যাক ছয়ৰে পূৰণ কৰিলে পাব কিমান হাজাৰ বছৰ জাতিৰ এইদৰে নষ্ট হৈছে। আগবাঢ়ি কাম কৰিব পৰা উৎসাহ উদ্দীপনা আমাৰ নাই বুলি দোষাৰোপ কৰা হয়। বিদেশী ভাষা এটাত ব্যুৎপত্তি লাভ কৰিবলৈ গৈ জীৱনৰ ইমান কেটা মূল্যবান বছৰ যদি আমি নষ্ট কৰিবলগীয়া হয় তেন্তে কেনেকৈ আমাৰ উৎসাহ উদ্দীপনা থাকিব পাৰে? আমি পিছে বিদেশী ভাষাত ব্যুৎপত্তি লাভৰ সেই চেষ্টাতো ব্যৰ্থ হৈছোঁ। কালিৰ আৰু আজিৰ বক্তা সকলৰ ভিতৰত মিঃ হিগিনবথামৰ (Mr. Higginbotham) দৰে কোনোৱাই শ্ৰোতাসকলক মুগ্ধ কৰিব পাৰিছেনে? শ্ৰোতাসকলৰ মনোযোগ আকৰ্ষণ কৰিব নোৱাৰাতো পূৰ্ব্ববৰ্ত্তী বক্তা সকলৰ দোষ নহয়। তেওঁলোকে যথেষ্ট মূল্যবান কথাই কৈছিল। পিছে সেইবিলাকে মানুহৰ অন্তৰ স্পৰ্শ কৰিব পৰা নাছিল। মানুহে এই দৰে কোৱা শুনো যে, "যেই হওক, কেৱল ইংৰাজী শিক্ষিত ভাৰতীয় লোক কেজন মানেহে নেতৃত্ব লৈ ভাৰতবৰ্ষৰ কাৰণে, জাতিৰ কাৰণে যি হয় কৰিছে"। অৱশ্যে, সেয়ে নহলেহে আচৰিত কথা হলহেঁতেন। কাৰণ, যি অলপ শিক্ষা আমি পাইছো, সি হৈছে ইংৰাজী শিক্ষা। কিন্তু ধৰি লওক যদি যোৱা পঞ্চাছটা বছৰ আমি আমাৰ মাতৃভাষাৰ জড়িয়তে শিক্ষা পালোঁ-হেতেন তেন্তে আজি আমাৰ অৱস্থা কেনে হ'লহেতেন। আজি আমাৰ কাৰণে এখন স্বাধীন মুক্ত ভাৰতৰ সৃষ্টি হ'লহেতেন। আমাৰ শিক্ষিত লোকসকল নিজৰ দেশতে বিদেশীৰ দৰে হ'ব নেলাগিল হেতেন। তেওঁলোকে দুখীয়াতকৈও দুখীয়াজনৰ সেৱা কৰি জাতিৰ বুকত সোমাব পাৰিলেহেতেন। যোৱা পঞ্চাশ বছৰে তেওঁলোকে যিয়েই উপাৰ্জ্জন (জ্ঞান বিদ্যা ধন) নকৰোক ল'গিলে, সেই সকলো জাতিয়ে উত্তৰাধিকাৰী সূত্ৰে পালেহেঁতেন। (হাতচাপৰি) আজি আনকি আমাৰ সহধৰ্ম্মিনী সকলেও আমাৰ উত্তম ভাৱৰাশিৰ ভাগ

লব নোৱাৰে। প্ৰফেছৰ বয় আৰু প্ৰফেছৰ বসুৰ মূল্যবান গৱেষণা কাৰ্য্যবিলাকৰ প্ৰতি মন দিয়ক চোন! দেখিব তেওঁবিলাকৰ এই গৱেষণা কাৰ্য্যৰ ফল জাতিৰ উমৈহতীয়া সম্পত্তি নহৈ কেৱল শিক্ষিত একশ্ৰেণী লোকৰ একচেটিয়া সম্পত্তিত পৰিণত হৈছে। ইংৰাজী শিক্ষা নোপোৱা সকলৰ কাৰণে তাৰ দুৱাৰ বন্ধ। এই কথা ভাবি আমি লাজ নাপাওঁনে বাৰু?

সম্প্ৰতি আন এটা বিষয়ৰ প্ৰতি মই আপোনা সকলৰ মনোযোগ আকৰ্ষণ কৰিব খোজো। কংগ্ৰেছ মহাসভাই স্বায়ত্ব শাসন সম্পৰ্কে এটা প্ৰস্তাৱ গ্ৰহণ কৰিছে। নিখিল ভাৰত কংগ্ৰেছ কমিটি আৰু মুছলীম লীগে তেওঁলোকৰ নিজ নিজ কৰ্ত্তব্য কৰিব আৰু এটা কাৰ্য্যকৰী পন্থা আগবঢ়াব তাত সন্দেহ নাই। কিন্তু স্পষ্ট ভাবে মই এই কথা স্বীকাৰ কৰোঁ যে মই নিজে তেওঁবিলাকে কি পৰামৰ্শ আগবঢ়ায় বা নবঢ়ায় তাতকৈ ছাত্ৰসমাজে আৰু জনসাধাৰণে কি ৰবঙনি আগবঢ়ায় সেইটোৰ ওপৰত হে অধিক গুৰুত্ব দিব খোজো। কোনো কাগজৰ ৰবঙনিয়ে আমাক স্বায়ত্ব শাসন দিব নোৱাৰে। বক্তৃতা ভাষণ যিমান বেচি পৰিমাণেই দিয়া নহওক কিয় সিও আমাক স্বায়ত্ব শাসনৰ অধিকাৰী নকৰে। (হাত চাপৰি) তেন্তে কেনেকৈ আমি নিজক শাসন কৰিবলৈ বিচাৰিছোঁ! মই আজি সকলোৰে শুনাকৈ মোৰ চিন্তাধাৰা ব্যক্ত কৰিব খুজিছো। মই এয়া বক্তৃতা দিয়া নাই। অকনো আঁৰ বেৰ নৰখাকৈ মনৰ কথা ব্যক্ত কৰিছো, মানুহে শুনাকৈ চিন্তা কৰিছো। এনে কৰোঁতে যদি আপোনাসকলে মোক শিষ্টাচাৰৰ সীমা অতিক্ৰম কৰা যেন অনুমান কৰে তেন্তে সেইকণ স্বাধীনতা ল'ব খোজা কাৰণে অনুগ্ৰহকৈ মোক ক্ষমা কৰিব। কালি আবেলি মই ৺বিশ্বনাথ মন্দিৰ দৰ্শন কৰিবলৈ গৈছিলোঁ। মন্দিৰলৈ সোমাৱা ঠেক বাটটোৰেদি যাওঁতে যাওঁতে তলত লিখা ভাববোৰ মোৰ মনলৈ আহিছিল। কোনোবা এজন বিদেশী লোক হঠাতে ওপৰৰ পৰা ৺বিশ্বনাথ মন্দিৰৰ ওপৰতে যদি

পৰেহি আৰু আমি হিন্দুবোৰ নো কেনেকুৱা সেইকথা বিচাৰ কৰিব-লগীয়া হয় তেন্তে তেওঁ নিশ্চয় আমাক দোষ নিদিবনে আৰু এইদৰে দোষাৰোপ কৰাটো তেওঁৰ পক্ষে উচিত নহবনে? সকলো হিন্দুৰ মানতে পবিত্র এই মন্দিৰটো আমাৰ চৰিত্রৰ প্রতিবিম্ব নহয়নে? মই এজন হিন্দু হিচাবে বিশেষ ভাৱে অনুভৱ কৰি এইযাৰ কথা কৈছো। এই পবিত্র মন্দিৰলৈ যোৱা বাটটো এনে অপৰিস্কাৰ হোৱাতো জানো উচিত? মন্দিৰৰ ওচৰে পাজৰে থকা ঘৰবোৰ যেনি তেনি সজা হৈছে। বাটবোৰো ঠেক আৰু এঁকা বেকা। আমাৰ পবিত্র মন্দিৰটো যদি আমি আহল বহলকৈ সাজিব নাজানো, পৰিষ্কাৰ পৰিচ্ছন্নকৈ ৰাখিব নোৱাৰো, আমাৰ মন্দিৰটোৱে যদি এনে নমুনা হয় তেন্তে আমাৰ স্বায়ত্ত্ব শাসন নো কেনেধৰণৰ হ'ব বুলি আপোনা-সকলে ভাবে? ইংৰাজ সকলে স্বইচ্ছাই বা বাধ্য হৈ ভাৰত এৰি যোৱাৰ লগে লগে আমাৰ মন্দিৰবিলাক পবিত্রতাৰ, পৰিচ্ছন্নতাৰ আৰু শান্তিৰ আবাসস্থল হৈ পৰিবনে? কংগ্রেছ সভাপতি মহোদয়ৰে সৈতে মই এই বিষয়ে সম্পূর্ণ একমত যে, আমি স্বায়ত্ত্বশাসনৰ কথা চিন্তা কৰাৰ আগতে এনে ধৰণৰ আৱশ্যকীয় কথাবোৰ ধীৰভাৱে অধ্যয়ণ কৰিব লাগিব।

প্রত্যেক নগৰেই দুটা খণ্ডত বিভক্ত। খাচ চহৰ আৰু কেন্টনমেন্ট 'এৰিয়া' বা সৈন্য নিবাসস্থল। আমাৰ বেচি ভাগ চহৰেই দুর্গন্ধময় গুহা একোটাৰ নিচিনা। অৱশ্যে, এই কথা সঁচা যে আমি চহৰীয়া জীৱনত অনভ্যস্ত মানুহ। যদি আমি চহৰীয়া জীৱনহে বিচাৰো তেন্তে অনায়াসে চলা মুক্ত গাৱঁলীয়া জীৱনৰ মোহ আমি এৰিব লাগিব। ভাৰতৰ ডাঙৰ ডাঙৰ চহৰৰ আলিবাটত খোজ-কাঢ়োতে মানুহে আলিৰ দাঁতিৰ কেবাতলীয়া ঘৰবিলাকৰ পৰা কোনোবাই তেওঁলোকৰ মূৰৰ ওপৰতে থু পেলাই দিয়ে বুলি সদায় ভয়ে ভয়ে যাব লগীয়া হয়। সঁচাকৈয়ে এই কথা ভাবিবলৈও বেয়া নেলাগেনে বাৰু? বেচিভাগ ঠাইলৈ মই বেলেৰেই অহা যোৱা

কৰোঁ। ৰেলৰ তৃতীয় শ্ৰেণীৰ যাত্ৰীসকলৰ অসুবিধাবিলাক মই লক্ষ্য কৰিছো। পিছে, তৃতীয় শ্ৰেণীৰ যাত্ৰীসকলে ভোগকৰা এই আটাইবিলাক অসুবিধাৰ কাৰণে আমি কেৱল ৰেলৰে কৰ্ত্তৃপক্ষকে জগৰীয়া কৰিব নোৱাৰো। পৰিষ্কাৰ পৰিচ্ছন্নতা সম্পৰ্কে প্ৰাথমিক জ্ঞানেই আমাৰ নাই। গাড়ীৰ মজিয়াৰ য'তে ত'তে আমি থু পেলাওঁ। থু পেলাবৰ সময়ত এই মজিয়াখনতে যে কেতিয়াবা মানুহ শুব লগাও হয়, সেই কথালৈ আমাৰ ভ্ৰূক্ষেপ নেথাকে। ৰেলগাড়ীৰ ভিতৰৰ চাল-চলন কেনে হ'ব লাগে সেই সম্পৰ্কে আমি একেবাৰে নেভাবোৱেই, ফলত ডবাৰ ভিতৰখন অভাবনীয়ভাবে অপৰিষ্কাৰ হৈ পৰে। তথাকথিত ওপৰ শ্ৰেণীত ভ্ৰমণ কৰা যাত্ৰীসকলেও তল শ্ৰেণীৰ লোকসকলক অযথা ভয় দেখুৱায়। তাৰ ভিতৰত মই, লক্ষ্য কৰিছো কেতিয়াবা ছাত্ৰসকলো থাকে। মাজে সময়ে তেওঁলোকৰ ব্যৱহাৰো তথাকথিত উচ্চ লোকসকলতকৈ কোনো গুণে ভাল নহয়। তেওঁলোকে ইংৰাজী টপ্‌টপাই কব পাৰে—তেওঁলোকে 'নৰ্ফক জেকেট (Norfolk Jacket) পিন্ধিছে কাৰণে জোৰ কৰি গাড়ীৰ ভিতৰ সোমায় লয় আৰু বহা ঠাই দাবী কৰে। মই চাৰিওপিনে চাৰ্চ্চলাইট পেলাই চাইছো আৰু আপোনসকলে কৰলৈ মোক এইকণ সুবিধা দিছে কাৰণে অন্তৰৰ কথা আপোনা সকলৰ আগত এইদৰে ভাঙি ধৰিছো। স্বায়ত্বশাসনৰ বাবে কাম কৰি যোৱাৰ লগে লগে সঁচাকৈয়ে আমাৰ এই দোষ বিলাকো গুচাব লাগিব।

এতিয়া মই আন এটা বিষয়ে আলোচনা কৰিব খোজো। কালিৰ সভাত সভাপতিত্ব কৰা মহামান্য মহাৰাজ গৰাকীয়ে ভাৰতবৰ্ষৰ দাৰিদ্ৰ্যৰ বিষয়ে কৈছিল। অন্যান্য বক্তাসকলেও এই বিষয়টোৰ ওপৰত বিশেষ জোৰ দিছিল। কিন্তু ভাইচৰয়ে ভেটি স্থাপন অনুষ্ঠান সম্পাদন কৰা সেই বিৰাট মণ্ডপত আমি দেখিছিলো কি? বাস্তবিকতে এটা অতি জাকজমকপূৰ্ণ প্ৰদৰ্শন। আনকি পেৰিচৰ পৰা অহা বিশিষ্ট অলঙ্কাৰ শিল্পী সকলবো চকু চাঁত মাৰি ধৰা

জিকমিকিয়া অলঙ্কাৰৰ এখন বিৰাট প্ৰদৰ্শনী। মহামূল্যবান মণি-মুকুতা পিন্ধা ভদ্ৰমহোদয়সকলৰে সৈতে মই লক্ষ লক্ষ দুখীয়া মানুহক বিজাই চাইছিলোঁ। আৰু সেই ভদ্ৰলোক সকলক সেই সময়ত মোৰ এইদৰে ক'বৰ মন গৈছিল: 'আপোনাসকলে পিন্ধি থকা সেই মণিমুকুতাবোৰ সোলোকাই দেশবাসীৰ নামত ট্ৰাষ্ট কৰি নিদিয়ালৈকে ভাৰতবৰ্ষৰ উদ্ধাৰ নাই। (শুনক শুনক ধ্বনি, আৰু হাত চাপৰি)। মই বিশ্বাস কৰোঁ মহামান্য সম্রাট বা লৰ্ডহাৰ্ডিঞ্জে বিচৰা নাই যে, তেখেত সকলৰ প্ৰতি থকা আনুগত্য প্ৰদৰ্শন কৰিবৰ কাৰণে আমি আমাৰ অলঙ্কাৰৰ বাকচৰ তলি উদং কৰি মূৰৰ পৰা ভৰিলৈকে সেইবোৰ আৰি ওলাব লাগিব। ৰজা জৰ্জে এনে ধৰণৰ কোনো কথা যে নিবিচাৰে সেই খবৰটো আনি দিবৰ দায়িত্ব, মই নিজৰ জীৱন বিপন্ন কৰিও গ্ৰহণ কৰিবলৈ সাজু আছো।

মহোদয় সকল! যেতিয়াই মই ভাৰতৰ কোনো ডাঙৰ নগৰত ডাঙৰ ডাঙৰ অট্টালিকা একোটা সজোৱাৰ বাতৰি শুনো—সেই নগৰখন বৃটিছ শাসিত ভাৰতৰ ভিতৰতে হওক বা দেশীয় ৰাজ্যৰ ভিতৰতে হওক তৎক্ষণাৎ মোৰ মনত ঈৰ্ষা ওপজে আৰু মই কওঁ—'আহা! সেই প্ৰাসাদ সাজিবৰ বাবে প্ৰয়োজনীয় টকাখিনি আমাৰ খেতিয়ক সকলৰ পৰাই আহিছে। আমাৰ জনসংখ্যাৰ শতকৰা প্ৰায় স'ত্তৰ জনেই খেতিয়ক। যোৱা ৰাতিৰ বক্তৃতাত মিঃ হিগিনবথামে তেওঁৰ সুন্দৰ পৰিষ্কাৰ ভাষাৰে আমাক কৈছিল যে, সেই খেতিয়ক সকলেই পৰিশ্ৰম কৰি আছলতে এচিৰাৰ ঠাইত দুচিৰা শস্য উৎপাদন কৰে। যদি আমি খেতিয়ক সকলৰ পৰা তেওঁলোকৰ পৰিশ্ৰমৰ প্ৰায় গোটেই খিনি ফল লৈ যাওঁ বা আনক নিবলৈ দিওঁ তেন্তে স্বায়ত্বশাসনৰ বাবে উপযোগী ভাৱনা কেতিয়াও সৃষ্টি হ'ব নোৱাৰে। এই খেতিয়ক শ্ৰেণীৰ জড়িয়তেহে আমাৰ স্বাধীনতা আহিব—আইনজীৱি, চিকিৎসক বা জমিদাৰ শ্ৰেণীৰ দ্বাৰা নহয়।

সৰ্ব্বশেষত এই দুদিন ধৰি আমাৰ মনত খুন্দিয়া খুন্দি কৰি থকা কথা এটা সম্পৰ্কে উল্লেখ কৰাটো মোৰ অৱশ্য কৰ্ত্তব্য বুলি ভাবিছোঁ।

ভাইচৰয় বেনাৰসৰ বাটেৰে পাৰ হোৱাৰ সময়ত আমি বহুতেই উদ্বিগ্ন হৈ থাকিব লগা হৈছিল। বহুতো ঠাইত চোৰাংচোৱা ৰখা হৈছিল। এইবোৰ দেখি আমি হতভম্ব হৈছিলোঁ। এই অবিশ্বাস কিয়? এইদৰে জীয়াই থাকোঁতেই মৰাৰ নিচিনা অৱস্থা এটাত থকাতকৈ আনকি লৰ্ড হাৰ্ডিঞ্জৰ কাৰণে জানো মৃত্যুয়েই অধিক বৰণীয় নহয়? অৱশ্যে, শক্তিশালী এখন সাম্ৰাজ্যৰ চৰকাৰৰ প্ৰতিনিধি-জনৰ বাবে নহবও পাৰে। তেওঁ জীয়াই থাকোঁতেই মৃত্যুৰ ভয়ত সদায় আতঙ্কিত হৈ থাকিব লগা হোৱাতো প্ৰয়োজনীয় বুলি ভাবিব পাৰে। পিছে আমাৰ ওপৰত এই চোৰাংচোৱা লগাই ৰখাৰ আৱশ্যকতা কি আছিল? আমি প্ৰতিবাদ কৰিব পাৰো, খং কৰিব পাৰো, অসন্তোষৰ বহ্নি আমাৰ মনত ধূমায়িত হৈ থাকিব পাৰে, কিন্তু আমি যেন নেপাহৰো যে আজিৰ ভাৰতবৰ্ষই অধৈৰ্য্য হৈ এটা সন্ত্ৰাসবাদী সেনাবাহিনীৰ জন্ম দিছে। মই নিজেও এজন বিপ্লবী, কিন্তু পৃথক ধৰণৰ। অৱশ্যে, আমাৰ মাজতো সন্ত্ৰাসবাদী দল এটা আছে। তেওঁলোকক যদি মই লগ পালোহেঁতেন তেন্তে কলোহেতেন— যদি ভাৰতবৰ্ষই বিজেতাসকলক জয় কৰিব লাগে তেন্তে তেওঁলোকৰ সন্ত্ৰাসবাদৰ দ্বাৰা সেই জয়লাভ সম্ভৱ নহয়। সন্ত্ৰাসবাদ ত্ৰাসৰ চিন।

যদি আমি ঈশ্বৰত বিশ্বাস আৰু ভয় ৰাখো তেন্তে আমাৰ ৰজা, মহাৰজা, ভাইচৰয়, চোৰাংচোৱা, কাকো—আনকি ৰজা জৰ্জকো ভয় কৰিবৰ প্ৰয়োজন নকৰে। সন্ত্ৰাসবাদীসকলক তেওঁলোকৰ দেশ প্ৰেমৰ কাৰণে মই সন্মান কৰো। দেশৰ কাৰণে মৃত্যুলৈকো ভয় নকৰা বাবে তেওঁলোক সন্মানৰ পাত্ৰ। কিন্তু এই খিনিতে মই তেওঁলোকক সুধিব খোজো হত্যা এটা সন্মানজনক কামনে?

হত্যাকাৰীৰ ছুৰীখনে এটা সম্মান জনক মৃত্যুৰ বাৰ্ত্তা বহন কৰেনে? মই এই কথা স্বীকাৰ নকৰো। কোনো শাস্ত্ৰই এনে প্ৰণালীৰ সমৰ্থন নকৰে। ভাৰতৰ মুক্তিৰ অৰ্থে, মই যদি দেখো যে ইংৰাজসকলে ভাৰত ত্যাগ কৰা উচিত—ভাৰতৰ পৰা তেওঁলোকক বহিস্কাৰ কৰিব লাগে, তেন্তে সেই কথা ঘোষণা কৰিবলৈ মই অলপো সঙ্কোচ নকৰো আৰু সেই বিশ্বাস ৰক্ষা কৰিবলৈ গৈ মৃত্যুবৰণ কৰিবলৈ মই সাজু থাকিম বুলি আশা ৰাখো। মোৰ বিচাৰ মতে সি হব এটা সন্মাজনক মৃত্যু। বোমা মাৰোতা সকলে গোপনে ষড়যন্ত্ৰ চলায়। খোলাভাবে ওলাই আহিবলৈ তেওঁলোকে ভয় কৰে। ধৰা পৰিলে বিপথে চালিত উৎসাহৰ কাৰণে প্ৰয়োজনীয় শাস্তি তেওঁলোকে ভোগ কৰে। মোক কিছুমানে কয়ঃ—যদি আমি ইয়াকে নকৰিলো হেঁতেন অৰ্থাৎ কিছুমানে এই ষড়যন্ত্ৰত লিপ্ত হৈ বোমা নেমাৰিলো হেতেন তেন্তে আমি বঙ্গভঙ্গ আন্দোলনৰ দ্বাৰা যি লাভ কৰিলো তাক লাভ কৰিবলৈ সক্ষম নহলো হেতেন। ( মিচেচ বেচান্ত :— অনুগ্ৰহ কৰি এইবিলাক কথা আৰু নকব ) বঙ্গদেশত মিঃ লায়ানে সভাপতিত্ব কৰা এখন সভাত মই এই কথা কৈছিলো। প্ৰয়োজনীয় কথাহে কৈছো বুলি মই ভাবিছো। যদি ক'ব নেলাগে বুলি ভাবে আৰু মানা কৰে তেন্তে মই নকও। ( চেয়াৰ মেনৰ পিনে মুখ কৰি ) মই আপোনৰ আদেশৰ কাৰণে অপেক্ষা কৰিছো। আপুনি যদি, বিবেচনা কৰে যে এইদৰে কথা কৈ মই দেশৰ একো উপকাৰ সধা নাই তেন্তে নিশ্চয় মই মোৰ কথা বন্ধ কৰিম। ( চিঞৰ— কৈ যাওক কৈ যাওক ) চেয়াৰমেন : "অনুগ্ৰহ কৰি আপোনাৰ বক্তব্য কি সেইটো ব্যাখ্যা কৰোক।" মোৰ কবলগীয়াখিনি এতিয়া ব্যাখ্যা কৰিম। মই কেৱল···( আকৌ এটা বাধা )। বন্ধু সকল, এই বাধা-দানৰ কাৰণে আপোনাসকলে প্ৰতিবাদ নকৰিব। মিচেচ বেচান্তে যদি মোক বক্তৃতা বন্ধ কৰিবলৈ কৈছে তেন্তে তাৰ কাৰণ হৈছে এয়ে যে তেওঁ ভাৰতবৰ্ষক ভাল পায় আৰু মই যুবক সকলৰ সন্মুখত

এইদৰে মুকলিকৈ চিন্তা কৰি ভুল কৰিছো বুলি ভাবিছে। তথাপি মই কেৱল ইয়াকে ক'ব খোজো যে, শাসক আৰু শাসিত এই দুয়োপক্ষৰ পৰম্পৰৰ প্ৰতি থকা সন্দেহৰ বাতাবৰণৰ পৰা মই ভাৰতক মুক্ত কৰিব খোজো। আমি লক্ষ্য স্থলত যদি উপনীত হ'ব খোজো তেন্তে আমাৰ পৰস্পৰৰ মাজত প্ৰেম আৰু বিশ্বাসৰ ভেটিত গঢ়ি উঠা এখন সাম্ৰাজ্য লাগিব। আমাৰ ঘৰ বিলাকত দায়িত্বহীন ভাবে যিহকে তিহকে কোৱাতকৈ এই কলেজৰ প্ৰাঙ্গনত আমি এইদৰে আলোচনা কৰাতো বেচি ভাল কথা হোৱা নাইনে? মই ভাবো যে এই কথা বিলাক মুকলিকৈ আলোচনা হোৱাতো বেচি ভাল কথা। এইদৰে আলোচনা কৰি ইয়াৰ আগতেও মই ভাল ফল পাইছো। মই জানো যে ছাত্ৰসকলে আলোচনা নকৰা কথা একো নাই, নজনা কথাও একো নাই। গতিকে মই আমাৰ ফালেই 'চাৰ্চ্চলাইট' পেলাই চাইছো। দেশৰ সুনাম মোৰ মানত ইমান মূল্যবান যে সেই সুনাম ৰক্ষাৰ কাৰণে মই এই বিলাক কথা লৈ আপোনাসকলৰ লগত মুকলি ভাবে ভাবৰ আদান প্ৰদান কৰিছো। আৰু আপোনাসকলক দৃঢ়ভাবে এই কথা জনাই দিব খুজিছো যে ভাৰতবৰ্ষত সন্ত্ৰাসবাদ চলোৱাৰ পক্ষে কোনো যুক্তি নাই। আমাৰ শাসকসকলক আমি স্পষ্ট ভাবে যি ক'বলগীয়া আছে কোৱা উচিত আৰু সেইকথা যদি তেওঁলোকৰ মনঃপুত নহয়, তাৰ ফল যিয়েই নহওক কিয় তাৰ সম্মুখীন হবলৈ আমি সাজু হোৱা উচিত। অৱশ্যে, আমি অভদ্ৰভাষা ব্যৱহাৰ কৰিব নেলাগিব।

আটায়ে গৰিহণা দিয়া চিভিলচাৰ্ভিছৰ বিষয়া এজনৰে সৈতে সিদিনা মই কথা হৈছিলো। চিভিলচাৰ্ভিছৰ বিষয়া সকলৰ লগত মোৰ বিশেষ একো মিল নাই, তথাপি যি ধৰণে তেওঁ মোৰ লগত কথা পাতিছিল তাক মই নশলাগি নোৱাৰো। তেওঁ কৈছিল: "মিঃ গান্ধী, আপুনি একমুহূৰ্ত্তৰ কাৰণে হলেও ভাবেনে যে আমি চিভিলচাৰ্ভিছৰ আটাই বিলাক কৰ্ম্মচাৰীয়েই বেয়া আৰু যি সকলক আমি শাসন

কৰিবলৈ ওলাইছো তেওঁলোকৰ ওপৰত অত্যাচাৰ কৰিব খোজো ?” মই কলো : “নহয়” । তেও কলে :—“তেন্তে যেতিয়াই আপুনি সুবিধা পায় সকলোৰে নিন্দা কৰা এই চিভিলচাৰ্ভেণ্ট সকলৰ বিষয়ে একেষাৰ কৰচোন” । সেই অনুৰোধ মতে এতিয়া মই তেওঁবিলাকৰ বিষয়ে এই খিনিতে কবলৈ ওলাইছো । স্বীকাৰ কৰিবই লাগিব যে ভাৰতীয় চিভিলচাৰ্ভিছৰ সৰহ সংখ্যক বিষয়াই দাম্ভিক প্ৰকৃতিৰ, অত্যাচাৰী আৰু সময়ে সময়ে কাণ্ডজ্ঞান শূন্যও হয় । আৰু বহুতো বিশেষণেৰে তেওঁলোকক বিভূষিত কৰিব পাৰি । এই সকলো মই স্বীকাৰ কৰো । মই ইয়াকো স্বীকাৰ কৰো যে তেওঁলোকৰ ভিতৰৰ কিছুমানৰ কেটামান বছৰ ভাৰতবৰ্ষত থকাৰ পিছত অধঃপতন হয় । ই কি সূচায় ? তেওঁলোক ইয়ালৈ অহাৰ আগতে ভদ্ৰলোক আছিল —পিছে, ইয়ালৈ অহাৰ পিছত তেওঁলোকে কিছু পৰিমাণে নৈতিক মূল্যবোধ হেৰুৱায় । এই কথায় আমাৰ ওপৰতে ছা পেলায় । ( চিঞৰ নহয় ! নহয় ! ) বাৰু আপোনালোকে নিজেই ভাবি উলিয়াওকচোন যদি এজন মানুহ কালিলৈকে ভাল আছিল আৰু আজি মোৰ সংস্পৰ্শলৈ আহি বেয়া হল—তেন্তে তেওঁৰ সেই বেয়া হোৱাৰ কাৰণে তেওঁ দায়ীনে মই দায়ী ? চাৰিওফালৰ মিছা, টুটকীয়া, তোষামোদ আদিৰ বাতাবৰণে তেওঁলোকক নষ্ট কৰে । হয়তো, তেনে অৱস্থাই আমাৰ বহুতকো কৰিলেহেতেন ।

কেতিয়াবা কেতিয়াবা দোষ নিজে গাত পাতি লোৱাটো ভালো । আমি যদি স্বায়ত্বশাসন পাব লাগে তেন্তে তাক আমি নিজে আৰ্জ্জি ল'ব লাগিব । কোনেও আমাক নিজ ইচ্ছাৰে স্বায়ত্বশাসন নিদিয়ে । ইংৰাজ জাতি আৰু ইংৰাজ সাম্ৰাজ্যৰ বুৰঞ্জীৰ পিনে মন কৰকচোন । তেওঁলোক যিদৰে স্বাধীনতাপ্ৰিয়, ঠিক সেইদৰে তেওঁলোকে স্বাধীনতা সেই লোকসকলক দিব নোখোজে, যি সকল লোকে নিজৰ পৰা স্বাধীনতা আদায় নকৰে। আপোনা সকলে ইচ্ছা কৰিলে ব'য়াৰ যুদ্ধৰ পৰাও শিকনি ল'ব পাৰে । কেবছৰমান

আগলৈকে যিবিলাক মানুহ সেই দেশৰ শত্ৰু আছিল আজি তেওঁলোক সেইদেশৰ বন্ধু হৈছে।

( এই খিনিতে আকৌ এটা বাধাৰ সৃষ্টি হৈছিল আৰু মঞ্চত থকা সকল কিছুমান যাব খোজাত হঠাতে বক্তৃতাটো ইমানতে অন্ত পৰে )

# মৃত্যু ভয়

[ তলৰ প্ৰবন্ধটো ১৯২১ চনত গুজৰাটী "নৱজীৱন" কাগজৰ অক্টোবৰ সংখ্যাত প্ৰকাশ হোৱা প্ৰবন্ধ এটাৰ ইংৰাজী ভাঙনিৰ পৰা লোৱা হৈছে। ]

মই স্বৰাজৰ সূত্ৰ সংগ্ৰহ কৰি আছো। তাৰে এটা হৈছে মৃত্যু ভয় ত্যাগ। মৃত্যুৰ ভয়ে যদি এটা জাতিক আড়ষ্ট কৰি ৰাখে তেন্তে সেই জাতিয়ে কেতিয়াও স্বৰাজ লাভ কৰিব নোৱাৰে। কোনোপ্ৰকাৰে স্বৰাজ লাভ কৰিলেও তাক ৰক্ষা কৰিবলৈ সেই জাতি কেতিয়াও সমৰ্থ নহয়।

ইংৰাজ সকলে তেওঁলোকৰ জীৱন চোলাৰ জেপতে লৈ ফুৰে। আৰব আৰু পাঠান সকলে মৃত্যুক সাধাৰণ অসুখ এটাতকৈ বেচি বুলি নেভাবে। সেইকাৰণে সম্বন্ধীয় কোনোবা ঢুকালেও তেওঁলোকে কন্দাকটা নকৰে। ব'য়াৰ তিৰোতাসকলৰো এই মৃত্যু ভয় একেবাৰে নাই। ব'য়াৰৰ যুদ্ধত হাজাৰ হাজাৰ তিৰোতা বিধবা হৈছিল। তেওঁলোকে তাক পৰোৱা কৰা নাছিল। দেশৰ সন্মান ৰক্ষা পৰিছে, সেয়ে তেওঁলোকৰ মানত যথেষ্ট, তাৰ কাৰণে স্বামী গল! পুত্ৰ গল! সি কোনো কথাই নহয়। দেশ যদি পৰাধীন হয়, স্বামী থাকিয়েই বা কি লাভ? ল'ৰাক এজন দাস হিচাবে তুলিতালি ডাঙৰ দীঘল কৰাতকৈ লৰাৰ নশ্বৰ দেহাৰ শেষ সংকাৰ কৰি, তেওঁৰ অমৰস্মৃতি লৈ থকাটো সহস্ৰগুণে শ্ৰেয়। এই ভাবেৰে হিয়াঁ লোহাৰ নিচিনা কঠিন কৰি ব'য়াৰ নাৰী সকলে আনন্দেৰে তেওঁলোকৰ প্ৰিয় জনক মৃত্যুৰ মুখলৈ ঠেলি পঠাইছিল। মই যি জাতিৰ কথা উল্লেখ কৰিছো তেওঁ লোকে মাৰিছিলো আৰু মৰিছিলো। কিন্তু সেই জাতি কেনে যি সকলে আনক মাৰিবলৈ নিবিচাৰে, কেৱল নিজে মৰিবলৈ

আগবাঢ়ি আছে ? এনে জাতিয়েই জগতৰ চকুত বৰণীয় হৈ উঠে। এওঁলোকেই জগতৰ সাৰ বস্তু।

ইংৰাজ আৰু জাৰ্মান সকলে পৰস্পৰে যুদ্ধ কৰিছল। তেওঁলোকে মাৰিছিল আৰু মৰিছিলো। ফলত শত্ৰুতা বাঢ়িল, অস্থিৰতাৰ অন্ত পৰা নাই। আজিৰ ইউৰোপৰ অৱস্থা দুখ লগা। ঠগ প্ৰৱঞ্চনা বৃদ্ধি হল ; ইজনে সিজনক ঠগিবৰ কাৰণে ব্যতিব্যস্ত হৈ পৰিল।

কিন্তু আমি যি ভয়শূন্যতাৰ বাবে চেষ্টাকৰি আছো সি হৈছে অধিকতৰ পবিত্ৰ আৰু মহৎ এটা শৃঙ্খলা গতিকে, আমি ইয়াৰ জড়িয়তে অতি কম সময়ৰ ভিতৰতে এটা উল্লেখযোগ্য জয় নিশ্চয় লাভ কৰিম।

যদি আমি স্বৰাজ পাব লাগে, তেন্তে আমাৰ বহুতেই মৃত্যু ভয় পৰিত্যাগ কৰিব লাগিব। সেয়ে নহলে, আমি স্বৰাজ পাবই নোৱাৰো।

এতিয়ালৈকে মৃত্যুবৰণ কৰা লোকৰ ভিতৰত বেছিভাগেই হৈছে ডেকা। আলিগড়ৃত যি সকল ঢুকাল তেওঁলোকৰ আটাই বিলাকৰে বয়স ২১ বছৰৰ তলত। তেওঁলোক কোন আছিল কোনেও নাজানে। যদি এতিয়া গৱৰ্ণমেণ্টে বন্দুকৰ আশ্ৰয় লয় তেন্তে মই আশা কৰোঁ প্ৰথম শাৰীত থকা কিছুমান মানুহে এই চূড়ান্তত্যাগ কৰাৰ সুবিধা গ্ৰহণ কৰিব।

আমাৰ বুঢ়া, ডেকা বা ল'ৰা ছোৱালী মৰা দেখি কিয় আমি ভয় খাব লাগে ? এই পৃথিবীত এনে এটা মুহূৰ্ত্ত পাৰ হোৱা নাই যিটো মুহূৰ্ত্তত কোনোবা এজন মৰা নাই বা জন্মা নাই। জন্মিলে আনন্দ কৰা আৰু মৃত্যু হলেই দুখ কৰাটো যে মুৰ্খামি, তাক আমি বুজা উচিত। যি সকলে আত্মাত বিশ্বাস কৰে—হিন্দু মুছলমান পাৰ্চী এওঁলোকৰ ভিতৰত এনে কোনোবা এজনো আছেনে যি আত্মাত বিশ্বাস নকৰে,—তেওঁলোকে জানে যে আত্মাৰ মৰণ নাই। জীৱিত বা মৃত সকলোৰে আত্মা একেটাই। জন্ম মৃত্যুৰ চিৰন্তন প্ৰথা

অবিৰাম ভাবে চলিয়েই আছে। সেই কাৰণে জন্ম বা মৃত্যুত আনন্দ বা বেজাৰ কৰিব লগীয়া একোনাই। বেছি দূৰলৈ নগৈ কেৱল দেশবাসীৰ লগতে যদি আমি সম্পৰ্ক স্থাপন কৰিব খোজো আৰু দেশত যিমান জন্ম হয় সেই সকলোবোৰ নিজ পৰিয়ালত হোৱা বুলি ভাবো তেন্তে কিমান বিলাক জন্মোৎসৱ নো আমি পাতিব পাৰিম? আনহাতে, দেশত যিমানবিলাক মৃত্যু হয় সেই সকলোতে যদি কান্দিবলৈ আৰম্ভ কৰো তেন্তে কেতিয়াও আমাৰ চকুপানী মুগুকাবই। এনে ধাৰনাই আমাৰ মনৰ পৰা মৃত্যুৰ ভয় গুচোৱাত সহায় কৰা উচিত। খ্যাতি আছে যে ভাৰতবৰ্ষ এখন দাৰ্শনিকৰ দেশ। আমি সেই প্ৰশংসাবানী শুনিবলৈ বেয়াও নেপাওঁ। তথাপি পৃথিবীৰ আন কোনো দেশেই আমাৰ দেশৰ দৰে মৃত্যুৰ সন্মুখত অসহায় অনুভৱ নকৰে। ভাৰতবৰ্ষতো আকৌ হিন্দুৰ দৰে আন কোনো সম্প্ৰদায়েই মৃত্যুলৈ ইমান ভয় নকৰে। এজন জন্মিলেই আমি এনেকৈ আনন্দত আত্মহাৰা হওঁ যে সি এটা হাহিয়াতৰহে কথা হৈ পৰে। সেইদৰে এজনৰ মৃত্যু হলে আমি ইমান চিঞঁৰি চিঞঁৰি বিনাবলৈ ধৰো যে ওচৰে পাজৰে থকা কোনো মানুহ শুব নোৱাৰা হয়। যদি আমি সচাকৈয়ে স্বৰাজ লাভ কৰিবলৈ ইচ্ছা কৰো আৰু সেই স্বৰাজ লাভ হোৱাৰ পাছত তাক এনেদৰে ৰূপ দিব খোজো, যাক লৈ আমি গৌৰৱ কৰিব পাৰিম তেন্তে সম্পূৰ্ণৰূপে আমি এই অশোভনীয় কাণ্ডকাৰখানা বিলাক আমাৰ মাজৰ পৰা নাইকিয়া কৰিব লাগিব।

মৃত্যুলৈকে যাৰ ভয় নাই তাৰ কাৰণে বন্দী দশানো কি কথা। যদি এই বিষয়টো সম্পৰ্কে পাঠকসকলে অকনমানো চিন্তা কৰেতেন্তে দেখিব যে, স্বৰাজলাভত যদি পলম হৈছে তেন্তে সেই পলমৰ কাৰণ —আমি শান্তভাবে মৃত্যুৰ বা তাতকৈ কম অসুবিধা বিলাকৰ সন্মুখীন হবলৈ এতিয়াও সাজু হব পৰা নাই।

যদি বহুতো নিৰ্দ্দোষী মানুহে মৃত্যুক স্বাগত জনাবৰ কাৰণে আগবাঢ়ি আহে তেন্তে তেওঁলোকৰ সেই ত্যাগ আন বহুতৰে মুক্তিৰ

আহিলা হৈ পবিত্র। সেই কথা বুজিলে সেই কষ্ট কষ্ট যেনেই নেলাগিব। হাঁহি মুখে কষ্ট বৰণ কৰিলে সেই কষ্ট কষ্ট নহৈ বৰ্ণনাতীত আনন্দত পৰিণত হয়।

যি লোকে দুখলৈ ভয় কৰি পলায়, তেওঁ আচল দুখ অহাৰ আগতেই অসংখ্য দুখৰ বলি হয় আৰু সঁচা সচিকৈ যেতিয়া দুখ আহে তেতিয়া তেওঁৰ অৱস্থা আধামৰাৰ নিচিনা হয়। কিন্তু যি জন লোক যি কোনো অৱস্থাৰ কাৰণে সাজু থাকে বা সকলো অৱস্থাকে আনন্দমনে গ্ৰহণ কৰিব পাৰে তেওঁ সকলো কষ্টৰ হাত অনায়াসে সাৰিব পাৰে। তেওঁৰ প্ৰফুল্লতাই এই ক্ষেত্ৰত তেওঁৰ ওপৰত 'এনেষ্থেচীয়া' দৰে ( ডাক্তৰে বেমাৰীক অস্ত্ৰোপচাৰ কৰাৰ সময়ত দিয়া ঔষধ ) কাম কৰে।

এই বিষয়টোৰ ওপৰত লেখিবলৈ মই এই কাৰণেই বাধ্য হৈছো যে, যদি এই বছৰতে স্বৰাজলাভ কৰিব লাগে তেন্তে মৃত্যুৰ মুখামুখী হয়তো আমি হ'ব লাগিব। দেখা যায় যি জনে আগতীয়াকৈ সাৱধান হয় তেওঁ প্ৰায়ে দুৰ্ঘটনাৰ হাত সাৰে। আমাৰ ক্ষেত্ৰতো সেই একে কথাই খাটে। মোৰ দৃঢ় বিশ্বাস যে, এই প্ৰস্তুতি "স্বদেশীৰ" এটা অঙ্গ। যেতিয়া এবাৰ এই "স্বদেশীয়ে" কৃতকাৰ্য্যতা লাভ কৰিব তেতিয়া এই গৱৰ্ণমেণ্টে বা আন কোনোৱেই আমাৰ ওপৰত আন কোনো পৰীক্ষা চলোৱাৰ আৱশ্যকতা অনুভৱ নকৰিব।

# চৌৰিচৌৰাৰ পাপ

[ মহাত্মা গান্ধীয়ে বার্দ্দলীত নিৰুপদ্ৰৱ সত্যাগ্ৰহ আৰম্ভ কৰিবলৈ আয়োজন কৰোতেই ইফালে চৌৰি চৌৰাত এটা অতি ভয়ানক শোকলগা ঘটনা ঘটিল। এক ক্ৰুদ্ধ জনতাই—তেওঁলোকৰ মাজত কিছুসংখ্যক ভলণ্টিয়াৰো আছিল—থানা আক্ৰমণ কৰি তাৰ ঘৰদুৱাৰ আটাই বিলাকতে জুই অগাই দিয়ে আৰু বাইশ জন মান পুলিচক মৰিয়াই মৰিয়াই মাৰি পেলায়। কেজনমান কনিষ্টবল আৰু চৌকিদাৰক জীয়াই জীয়াই পুৰি মাৰে। গোটেই অঞ্চলটোতে এক উন্মত্ত জনতাৰ শাসন চলে। মহাত্মা গান্ধীয়ে এই ঘটনাটোক তৃতীয় সতৰ্ক বাণী হিচাবে লৈ বার্দ্দলীত আৰম্ভ কৰিব খোজা নিৰুপদ্ৰৱ সত্যাগ্ৰহৰ পৰিকল্পনা পৰিত্যাগ কৰে। এঘাৰ তাৰিখে বার্দ্দলীত ৱাৰ্কিং কমিটী বহে আৰু সকলো আক্ৰমণাত্মক আনকি শোভাযাত্ৰা পিকেটিং আদিও বন্ধ কৰিবলৈ সিদ্ধান্ত কৰি প্ৰস্তাৱ গ্ৰহণ কৰে। কংগ্ৰেছৰ কাৰ্য্যক্ৰম, গঠনমূলক কামত, খাদীৰ উৎপাদন ইত্যাদিতে সম্পূৰ্ণৰূপে আবদ্ধ ৰাখিবলৈ স্থিৰ কৰা হয়। ৱাৰ্কিং কমিটিয়ে স্বেচ্ছাই কাৰাবৰণৰ কাৰণে কৰা সকলো কাৰ্য্যকে বন্ধ কৰিবলৈ পৰামৰ্শ আগবঢ়ায়। ১৯২২ চনৰ ৬ ফেব্ৰুৱাৰী তাৰিখে 'ইয়ং ইণ্ডিয়া'ত গান্ধীজীয়ে চৌৰিচৌৰাৰ শোকলগা ঘটনা আৰু বার্দ্দলী সিদ্ধান্তৰ ওপৰত তলত দিয়াধৰণে মন্তব্য কৰি লিখিছিল : ]

ভগৱানৰ মোৰ প্ৰতি অসীম কৰুণা। সিজনাই মোক তৃতীয় বাৰৰ কাৰণে সাৱধান কৰি দিছে। সত্য আৰু অহিংসাৰ স্থি বাতাবৰণত জনতাৰ সত্যাগ্ৰহ সম্ভৱ হ'ব পাৰে ভাৰতত এতিয়াও তেনে বাতাবৰণ নৌ হয়। সত্যাগ্ৰহ তেতিয়াহে নিৰুপদ্ৰৱ বুলি বৰ্ণনা

কৰিব পাৰি যেতিয়া তাৰ অৰ্থ হয় নম্রতা, সত্যনিষ্ঠা, ভালপোৱা আৰু সচেতনতা। নিৰুপদ্ৰৱ সত্যাগ্ৰহ কেতিয়াও অপৰাধপ্ৰৱন বা ঘৃণা উদ্দীপক হব নোৱাৰে।

ঈশ্বৰে মোক "ৰাউলাট" আইনৰ প্ৰতিবাদকল্পে ১৯১৯ চনত আন্দোলন আৰম্ভ হোৱাৰ সময়তো সকিয়াই দিছিল। আহমদাবাদ বিৰামগড় আৰু খেদাই ভুল কৰিছিল। অমৃতসৰ আৰু কাসুৰেও ভুল কৰিছিল। ইয়াক মই এটা হিমালয় সদৃশ ভুল হিচাব বুলি গণ্য কৰিছিলোঁ। মই পিছ হুহকিলো। ৰাইজ আৰু ঈশ্বৰৰ ওচৰত মই অৱনত হলোঁ। মই যে কেৱল জনতাৰ নিৰপদ্ৰৱ সত্যাগ্ৰহকে বন্ধ কৰিলো এনে নহয় মোৰ নিজৰো সত্যাগ্ৰহ বন্ধ কৰিলো, যদিও মই জানিছিলো যে, মোৰ ব্যক্তিগত সত্যাগ্ৰহ সম্পূৰ্ণ অহিংস আৰু নিৰুপদ্ৰৱ।

পিছৰ বাৰ বম্বেৰ ঘটনাৱলীৰ দ্বাৰা ঈশ্বৰে মোক কঠোৰ ভাবে সাৱধান কৰি দিছিল, আৰু ১৭ নবেম্বৰত বম্বেত ক্ৰুদ্ধ জনতাই কৰা কাৰ্য্যাৱলীৰ মোক চাক্ষুস সাক্ষী কৰিছিল। জনতাই অসহযোগৰ কাৰণেই কাম কৰিছিল। অবিলম্বে বাৰ্দ্দলীত আৰম্ভ কৰিব খোজা নিৰুপদ্ৰৱ সত্যাগ্ৰহ বন্ধ কৰিব লাগে বুলি মই ঘোষণা কৰিছিলো। ১৯১৯ চনত পোৱা অপমানত কৈ এই অপমান ডাঙৰ আছিল। কিন্তু ই মোৰ ভালৰ কাৰণেই হৈছিল। সত্যাগ্ৰহ আন্দোলন এইদৰে বন্ধ কৰাত জাতিৰ যে লাভেই হৈছিল তাত মোৰ অকনো সন্দেহ নাই। আন্দোলন বন্ধ ৰাখি ভাৰতবৰ্ষই সত্য আৰু অহিংসাৰ পক্ষে থিয় দিছিল। কিন্তু আমাৰ ভাগ্যত ইয়াতকৈও লাজলগা অপমান সহিব লগা আছিল। মাদ্ৰাজে সাৱধান কৰি দিছিল যদিও মই তাৰ প্ৰতি ভ্ৰূক্ষেপ কৰা নাছিলো। এনেতে চৌৰি চৌৰাৰ ঘটনাৰ দ্বাৰা প্ৰভুৱে পৰিষ্কাৰ কৈ দেখুৱাই দিলে। মই জানিব পাৰিছো যে, যি সকল কনিষ্টবলক এনে নিষ্ঠুৰ ভাবে হত্যা কৰা হৈছে তেওঁলোকে নিশ্চয় ৰাইজৰ খং উঠা কাম কিবা কৰিছিল।

বাইজৰ ওপৰত কোনো উৎপীড়ন নহয় বুলি ইন্সপেক্টৰে দিয়া আশ্বাস বাণী তেওঁলোকে ৰক্ষা কৰা নাছিল। কিন্তু শোভাযাত্ৰাটো প্ৰায় সৰকি যোৱাৰ পাছত পিছপৰি যোৱা মানুহখিনিক কনিষ্টবল বিলাকে গালি গালাজ পাৰি দিগ্‌দাৰী কৰিছিল। তেওঁলোকেও সহায় বিচাৰি চিঞৰ বাখৰ লগায়। ফলত শোভাযাত্ৰাৰ আগত যোৱা মানুহখিনি পুণৰ ঘুৰি আহি যেতিয়া সেই খিনি পায়াহ পুলিচে গুলী চলোৱা আৰম্ভ কৰে। বন্দুকৰ গুলী যেতিয়া শেষ হ'ল সিহঁতে উত্তেজিত জনতাৰ হাতৰ পৰা ৰক্ষা পাবৰ উদ্দেশ্যে থানাত সোমাল। খবৰ দিয়া মানুহ জনৰ পৰা মই জানিছো যে তেতিয়া জনতাই থানাত জুই লগাই দিয়ে। পুৰি মৰাৰ ভয়ত কনিষ্টবল সকল বাহিৰলৈ দৌৰি ওলাই আহে। জনতায়ো এই সুযোগতে সিহঁতক টুকুৰা টুকুৰ কৰি কাটি কটা টুকুৰা বিলাক জ্বলি থকা জুইলৈ দলিয়াই দিয়ে। দাবী কৰা হৈছে যে কোনো এজনো অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক এই নৃশংস হত্যাকাণ্ডত জড়িত নাছিল। জনতাৰ সেই ক্ৰোধ সেইদিনা ঘটা ঘটনাৰ কাৰণেই নহয়, বহুত দিনৰ আগৰে পৰা পুলিচে সেই জিলাত চলোৱা অত্যাচাৰ উৎপীড়নৰ কাৰণেও পুঞ্জীভূত হৈ আছিল। কিন্তু যিমানেই উত্তেজনাৰ কাৰণ নেথাকক, যি মানুহ খিনিয়ে আত্মৰক্ষাৰ উপায় বিহীন হৈ, কৰলৈ গ'লে জনতাৰ কৃপা বিচাৰি আত্মসমৰ্পন কৰিছিল, তেওঁলোকক পাশবিক ভাবে হত্যা কৰাৰ কোনো সঙ্গত কাৰণেই থাকিব নোৱাৰে। যেতিয়া এজন ভাৰতীয় লোকে নিজকে অহিংস বুলি দাবী কৰে আৰু অহিংসাৰ দ্বাৰাই স্বৰাজলাভ হব বুলি বিশ্বাস কৰে তেতিয়া উত্তেজনাৰ বিশেষ কাৰণ থাকিলেও, তাৰ উত্তৰ হিচাবে জনতাৰ হিংসামূলক কাম অমঙ্গলৰ আগৰতৰা বুলি গণ্য কৰিব লাগিব।

ধৰক—ঈশ্বৰৰ অনুগ্ৰহত জানিবা বাৰ্দ্দলীৰ অহিংস সত্যাগ্ৰহ সফলেই হ'ল আৰু গৱৰ্ণমেণ্টেও বাৰ্দ্দলীৰ বিজয়ী সকলৰ হাততে

গৱৰ্ণমেণ্টৰ সকলো দায়িত্ব এৰি দিলে—তেতিয়া উচিত কাৰণতে খং উঠি কু-কাম কৰিব খোজা উশৃঙ্খল লোক সকলক কোনে দমন কৰিব? অহিংস উপায়ে লাভ কৰা স্বায়ত্বশাসনত হিংসাৰ সহায় লোৱা লোক সকলক অহিংস উপায়েৰেহে নিয়ন্ত্ৰণ কৰা হব বুলি ধৰি লোৱাই হয়। ভাৰতৰ গুণ্ডা প্ৰকৃতিৰ লোক সকলক যেতিয়া নিয়ন্ত্ৰণলৈ আনিব পৰা যাব তেতিয়াহে অহিংস অসহযোগ আন্দোলনো সফল হব। অন্ততঃ অহিংস অসহযোগ আন্দোলন চলি থকা সময়ত দেশৰ স্বাৰ্থৰ কাৰণে নাইবা ধৰ্ম্মৰ নামত এনেকুৱা কু কাৰ্য্যৰ পৰা বিৰত থাকিবলৈ গুণ্ডা প্ৰকৃতিৰ লোক সকলেও শিকিব লাগিব। চৌৰি চৌৰাত ঘটা শোক লগা ঘটনাই মোক সম্পূৰ্ণৰূপে সজাগ কৰি তুলিছে।

"পিছে ভাইছৰয়লৈ পঠোৱা আপোনাৰ ঘোষণাপত্ৰৰ আৰু তেওঁৰ জবাবৰ উত্তৰত কৰা প্ৰতিবাদ সম্পৰ্কে কি হ'ল"?—এইদৰে যেন সয়তানে সুধিছে। সঁচাকৈয়ে ই আমাৰ কাৰণে চূড়ান্ত অপমান। বাৰ্দ্দলীৰ বাইজক দিয়া প্ৰতিশ্ৰুতি আৰু গৱৰ্ণমেণ্টলৈ বৰ আড়ম্বৰ কৰি ধমক দিয়াৰ পিছদিনাই এইদৰে আন্দোলন বন্ধ কৰিব লগা হোৱাটো নিশ্চয় কাপুৰুষালি। এইদৰে সত্যক আৰু ধৰ্ম্মক অস্বীকাৰ কৰিবলৈ সয়তানৰ যি প্ৰৰোচনা তাত ঈশ্বৰকে অস্বীকাৰ কৰাৰ আহ্বান আছিল। ৱাৰ্কিং কমিটিৰ সদস্য আৰু মোৰ ঘনিষ্ঠ সহকৰ্ম্মী সকলৰ আগত মোৰ সন্দেহ আৰু অসুবিধাৰ কথা ডাঙি ধৰিলো। প্ৰথমতে তেখেতসকলে মোৰ কথা সমূলি মানিব খোজা নাছিল। তেখেতসকলৰ ভিতৰৰে বহুতো হয়তো এতিয়াও মোৰে সৈতে একমত নহয়। তথাপিও মই ভাবো মোৰ নিচিনাকৈ এনে বিবেচক আৰু ক্ষমাশীল সহকৰ্ম্মী লাভ কৰাৰ সৌভাগ্য কাৰো ভাগ্যত কেতিয়াও ঘটা নাই। তেখেতসকলে মোৰ অসুবিধাৰ কথা অনুধাৱন কৰিলে আৰু লাহে লাহে মোৰ যুক্তি মানি আহিবলৈ ধৰিলে।

দৰাচলতে, সমস্ত আক্ৰমণাত্মক আঁচনি কঠোৰ ভাৱে সলনি কৰি পেলোৱাটো হয়তো ৰাজনৈতিক দৃষ্টিভঙ্গীৰ পৰা সুষ্ঠু বা বিজ্ঞ জনোচিত নহব পাৰে। তথাপি মই সন্দেহকাৰীসকলক দৃঢ়ভাবে এই কথা জনাই দিব খোজো যে ধৰ্ম্মৰ দৃষ্টি ভঙ্গীৰ পৰা ই শুদ্ধ আৰু মোৰ এই অপমান আৰু ভুল স্বীকাৰৰ দ্বাৰা দেশৰ লাভেই হ'ব।

মই কেৱল সত্য আৰু অহিংসাৰ শক্তিৰ হে দাবী ৰাখো। কোনো অতিমানবীয় শক্তিৰ মই অধিকাৰী নহওঁ। মোক সেইবোৰ নেলাগেও। আন সকলো দুৰ্ব্বল মানুহ এজনৰ দৰে ময়ো ভাল বেয়া সকলো দোষ গুণেৰে গঢ়া তেজমঙ্গহৰ মানুহ। সেই কাৰণে আন সকলোৰে দৰে ভুলভ্ৰান্তি কৰাটো মোৰ পক্ষে স্বাভাবিক। মোৰ সেৱাৰ কামতো বহুতখিনি সীমাবদ্ধতা আছে। সেই সকলো অসম্পূৰ্ণতা স্বত্ত্বেও সেৱাৰ কামত ঈশ্বৰৰ আশীৰ্ব্বাদ আছে। ঠাই সৰা সোঁতাটোৱে যেনেকৈ মজিয়া খনৰ ধূলিমাকতি সাৰি আগতকৈ পৰিষ্কাৰ কৰি পেলায়, সেইদৰে দোষস্বীকাৰেও সোঁতাটোৰ নিচিনা কাম কৰে। দোষ স্বীকাৰ কৰি মই নিজকে সৰল অনুভৱ কৰিছো। এই দৰে পশ্চাদপদ হোৱা কাৰণে আমি উদ্দেশ্যৰ পথত নিশ্চয় আগবাঢ়িহ যাম। প্ৰকৃত পথৰ পৰা ফালৰি কাটি ভুল পথ লোৱা জনে সেই ভুলসংশোধন নকৰি, তাতে খামুচি ধৰি থাকিলে কোনো কালে আপোন লক্ষ্য স্থলত উপনীত হ'বগৈ নোৱাৰে।

চৌৰি চৌৰাৰ ঘটনাই বাৰ্দ্দলীক স্পৰ্শ কৰিব নোৱাৰে বুলি জোৰেৰে কোৱা হৈছে। যুক্তি দৰ্শোৱা হয় এইবুলি যে, চৌৰি চৌৰাত ঘটা ঘটনাৰ প্ৰভাৱত পৰি বিশ্বাসঘাতকতা কৰি হিংসাৰ পথ লবলৈ বাৰ্দ্দলী যদি দুৰ্ব্বল হৈ পৰে তেতিয়াহে বিপদ। সি যিকি নহওক মোৰ অৱশ্যে সেই বিষয়ে অলপো সন্দেহ নাই। মোৰ মতে বাৰ্দ্দলীৰ লোকসকল গোটেই ভাৰতৰ ভিতৰতে অতিশয় শান্তি প্ৰিয় লোক। কিন্তু ভাৰতবৰ্ষৰ মানচিত্ৰত বাৰ্দ্দলী অকণমান আঁচ

এটা মাত্ৰ। দেশৰ অন্যান্য ঠাইৰ সম্পূৰ্ণ সহযোগীতা নেপালে এই অকণমান ঠাইৰ চেষ্টাতে কেৱল উদ্দেশ্য সিদ্ধি হ'ব নোৱাৰে। দেশৰ অন্যান্য ঠাই অহিংস হৈ থাকিলেহে বাৰ্দ্দলীৰ সত্যাগ্ৰহ আন্দোলন নিৰূপদ্ৰৱ হ'ব। এচৰীয়া গাখীৰক 'আৰ্চেনিক'ৰ এটা কনিকাই যিদৰে খাবৰ অনুপযুক্ত কৰি তোলে সেইদৰে চৌৰি চৌৰাৰ ভয়ানক বিষৰ সংযোগত বাৰ্দ্দলীৰ নিৰূপদ্ৰৱতাকো অগ্ৰহণীয় কৰি তুলিছে। চৌৰি চৌৰায়ো বাৰ্দ্দলীৰ দৰেই ভাৰতৰ প্ৰতিনিধিত্ব কৰে।

মোটৰ ওপৰত চৌৰি চৌৰা হৈছে বেয়াৰ পৰা আৰু বেয়ালৈ যোৱাৰ লক্ষণ। যি যি ঠাইত দমন কাৰ্য্য চলিছে তাত ৰাইজৰ ফালৰ পৰা কোনো প্ৰকাৰৰে অকণো হিংসা নাই, এই বুলি মই কেতিয়াও কল্পনাও কৰা নাই। মই কেৱল বিশ্বাস কৰিছো আৰু এতিয়াও কৰো—"ইয়ং ইণ্ডিয়া"ৰ পৃষ্ঠা সমূহেই তাক সম্যকৰূপে প্ৰমাণ কৰিব যে দমন কাৰ্য্য চলোৱা অঞ্চলত ৰাইজৰ ফালৰ পৰা কৰা অতি তুচ্ছ হিংসাৰ কামৰ তুলনাত অতি বেচি পৰিমাণে দমননীতি চলোৱা হৈছে। নিষেধাজ্ঞা থকা ঠাই বিলাকত দৃঢ়সঙ্কল্প হৈ সভা পতাটো মই হিংসাৰ কাম বুলি নাভাবো। মই যি হিংসাৰ কথা উল্লেখ কৰিছো সি হৈছে অ'ত ত'ত শিলগুটি দলিওৱা, জোৰজবৰ কৰা বা ভয় দেখুওৱা, এই বিলাকহে। প্ৰকৃতপক্ষে নিৰূপদ্ৰৱ সত্যাগ্ৰহ আন্দোলনত কোনো উত্তেজনাই হোৱা অনুচিত। নিৰূপদ্ৰৱ সত্যাগ্ৰহ হৈছে নীৰৱে কষ্ট বৰণ কৰাৰ যোগ্যতাৰ বাবে চলোৱা প্ৰস্তুতি। দেখা দেখিকৈ ধৰিব নোৱাৰি যদিও ইয়াৰ ফল আশ্চৰ্য্যজনক। কিন্তু মই ইয়াকো মানো যে অহিংস আন্দোলনতো কিছু পৰিমাণে উত্তেজনা অপৰিহাৰ্য্য হ'ব পাৰে আৰু আনকি কিছুদূৰ অনিচ্ছাকৃত ভাবে ঘটা হিংসাৰ কাম ক্ষমা কৰিবও লাগিব। সেই কাৰণে কিছু পৰিমাণে অসম্পূৰ্ণ এটা অৱস্থাতো নিৰূপদ্ৰৱ সত্যাগ্ৰহ আন্দোলন চলোৱা অসম্ভৱ বুলি বিবেচনা কৰা নাছিলোঁ। আদৰ্শ অৱস্থাত সত্যাগ্ৰহ যেতিয়া নিৰুপদ্ৰ্ৱ ভাৱে চলে, তেতিয়া ই ইমান সহজ

যেন লাগিব যে কাৰো চকুতে সেই কথা নপৰিব। কিন্তু আমি এতিয়া যথেষ্ট বিকদ্ধ অৱস্থাত অহিংস আন্দোলন কৰিব লগা হৈছে। আৰু ই এটা বিপদজনক পৰীক্ষা।

চৌৰি চৌৰাৰ শোকলগা ঘটনা আছলতে তৰ্জ্জনী আঙুলিৰ সঙ্কেত। যদি কঠোৰভাৱে আগতীয়াকৈ সাৱধানতা লোৱা নহয় তেন্তে ভাৰতবৰ্ষই অতি সহজে কোন পথ ল'ব তাৰ সঙ্কেত ই দিছে। এই কথা পৰিস্কাৰ হৈ ওলাই আছে যে যদি আমি অহিংসাৰ আচনিত হিংসাৰ সৃষ্টি হবলৈ দিব নোখোজো তেন্তে অতি সোনকালে আমি পিছ হুইঁকি আহিব লাগিব আৰু আমাৰ আঁচনি আদি পুনৰায় সংস্কাৰ কৰি এক শান্তিময় পৰিবেশৰ সৃষ্টি কৰিব লাগিব। গৱৰ্ণমেণ্টৰ তৰফৰ পৰা উত্তেজনা সৃষ্টিকাৰী আৱহাওৱাৰ সৃষ্টি হলেও, শান্তি যাতে অব্যাহত থাকে সেই সম্পৰ্কে সম্পূৰ্ণভাবে নিশ্চিত নোহোৱা পৰ্য্যন্ত আমি পুনৰায় আন্দোলন আৰম্ভ কৰাৰ কথা চিন্তাও কৰিব নেলাগিব। নিৰূপদ্ৰৱ সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰাতকৈ পোনতে আমি চাব লাগিব যাতে নিয়মমতে অনুমতি নোপোৱাকৈ কোনো অঞ্চলতে গণ আন্দোলন আৰম্ভ কৰি দিব নোৱাৰে।

কংগ্ৰেছ অনুষ্ঠানটো এতিয়াও এটা অসম্পূৰ্ণ অনুষ্ঠান আৰু তাৰ নিৰ্দ্দেশসমূহ অমনোযোগীভাবে পালন কৰা অৱস্থাতে এতিয়াও আছে। আমি প্ৰতিখন গাঁৱতে কংগ্ৰেছ কমিটি গঠন কৰিব পৰা নাই আৰু য'ত য'ত গঠিত হৈছে তাতো আমাৰ পৰামৰ্শসমূহ সম্পূৰ্ণ শুদ্ধকৈ পালন কৰিব নোৱাৰে। বোধকৰোঁ, এক কোটিতকৈ বেচি সদস্য আমি এতিয়াও কৰিব পৰা নাই। এয়া ফেব্ৰুৱাৰী মাহৰ মাজ ভাগ পালেহি। তথাপি বহুতে চলিত বছৰৰ কাৰণে দিব লগীয়া চাৰিঅনীয়া বৰঙনি ফেৰা আদায় দিয়া নাই। স্বেচ্ছা-সেৱক সকলক ভৰ্ত্তি কৰোতেও বিশেষ সতৰ্কতা অৱলম্বন কৰা হৈছে বুলি কব নোৱাৰি। তেওঁলোকে পালন কৰিবলগীয়া সকলো প্ৰতিশ্ৰুতি

ঠিকমতে পালন নকৰে। আনকি তেওঁলোকে হাতে কটা সূতাৰে বোৱা খদ্দৰো নিপিন্ধে। হিন্দু স্বেচ্ছাসেৱক সকলৰ ভিতৰৰ সকলোৱেই অস্পৃশ্যতা নামক পাপৰ পৰা নিজকে এতিয়াও মুক্ত কৰিব পৰা নাই। হিংসাৰ কালিমাৰ পৰা তেওঁলোক আটায়ে এতিয়াও মুক্ত নহয়। গতিকে কেৱল তেওঁলোকৰ কাৰাবৰণৰ দ্বাৰা আমি স্বৰাজ লাভ কৰিব নোৱাৰো। পবিত্ৰ খিলাফট আন্দোলনৰ উদ্দেশ্যও তাৰ দ্বাৰা সিদ্ধ নহয় আৰু অবিশ্বাসী কৰ্ম্মচাৰী সকলৰ পাৰিশ্ৰমিক বন্ধ কৰিবৰ যোগ্যতাও আমি ইয়াৰে লাভ কৰিব নোৱাৰোঁ। আমাৰ মাজৰে কিছুমানে নেজানি ভুল কৰো আৰু কিছুমানে ইচ্ছা কৰি পাপ কাম কৰো। সত্য আৰু অহিংসাৰ প্ৰতি মাত্ৰ মুখৰে শ্ৰদ্ধা দেখুৱাই আমি স্বাধীনতাৰ ৰাজ্যত সোমাবলৈ সাহ কৰিব নোৱাৰোঁ।

অৱস্থা যাতে আৰু বেয়াৰ ফালে ঢাল নলৈ এটা উন্নত পৰিবেশৰ সৃষ্টি হয় তাৰ কাৰণে উত্তেজনা নোহোৱা কৰা আৰু সত্যাগ্ৰহ আন্দোলন বন্ধ কৰা বাস্তবিকতে অপৰিহাৰ্য্য কথা হৈ পৰিছে। সেই কাৰণে মই ভাবো যে সত্যাগ্ৰহ আন্দোলন বন্ধ কৰিবলৈ লোৱা সিদ্ধান্ত শুনি কংগ্ৰেছী লোকসকল নিৰাশ হ'ব সঁচা, কিন্তু জাতীয় পাপ আৰু অসত্যৰ বোজাৰ পৰা মুক্ত হৈ তেওঁলোকে আশ্বস্তও অনুভৱ কৰিব।

আমাৰ এই অপমান বা তথাকথিত পৰাজয়ত আমাৰ বিৰোধী সকলে হাহে যদি হাহক!

পাপ আচৰণ কৰা, আৰু আমি যি শপত গ্ৰহণ কৰিছো তাক প্ৰতিপালন নকৰাৰ দোষত দোষী হোৱাতকৈ, আমাক যদি দুৰ্ব্বল আৰু কাপুৰুষ বুলি কোনোবাই অভিযোগ কৰে তেন্তে সিও ভাল। নিজৰ ওচৰত অবিশ্বাসী হোৱাতকৈ জগতৰ চকুত লক্ষবাৰ অবিশ্বাসী প্ৰতিপন্ন হোৱাও বহুত গুণে শ্ৰেয়।

চৌৰি চৌৰাৰ জনতাই যি পাশবিক হিংসালীলা চলালে,

অনিচ্ছাকৃত হলেও সেই কাৰ্য্যৰ কাৰণে ময়ো পৰোক্ষভাবে জগৰীয়া হৈ পৰিছো। কেৱল সত্যাগ্ৰহ আন্দোলন বন্ধ, আৰু তাৰ লগৰীয়া সকলোবোৰ কাৰ্য্য বন্ধ কৰিয়েই সেই মহাপাপৰ প্ৰায়শ্চিত্ত কৰিব নোৱাৰি।

মই আত্মশুদ্ধি কৰিবই লাগিব। নৈতিকতাৰ ক্ষেত্ৰত সামান্যতম ক্ৰুটি-বিচ্যুতি ধৰিব পৰা মই এটা উপযুক্ত যন্ত্ৰত পৰিণত হ'ব লাগিব। দৃশ্যমান পৰিবেশতকৈ মোৰ প্ৰাৰ্থনাত এটা গভীৰ সত্য আৰু নম্ৰতা নিহিত থাকিব লাগিব। আৱশ্যকীয় মানসিক সহযোগীতাৰে সৈতে উপবাসৰ নিচিনা সহায়কাৰী আৰু শোধনকাৰী ব্যৱস্থা মোৰ কাৰণে আন একোৱেই নাই।

মই জানো যে মানসিক দৃষ্টিভঙ্গীয়েই সকলো। যেনেকৈ প্ৰাৰ্থনা ভাটৌৰ আবৃত্তিৰ দৰে যন্ত্ৰবৎ হ'ব পাৰে সেই দৰে উপবাসো কেৱল শৰীৰ নিগ্ৰহত পৰিণত হ'ব পাৰে। এনেকুৱা যন্ত্ৰবৎ কৌশলৰ দ্বাৰা আছল উদ্দেশ্য সিদ্ধি নহয়। সদায় গাই থকা কাৰণে মাতটো সুৰীয়া হৈ উঠিব পাৰে, যন্ত্ৰবৎ অনশনৰ দ্বাৰা শৰীৰ শোধন হ'ব পাৰে কিন্তু এনেকুৱা প্ৰাৰ্থনা আৰু উপবাস, ইয়াৰ এবিধেও অন্তৰৰ আত্মাক স্পৰ্শ নকৰে। কিন্তু শৰীৰৰ ওপৰত আত্মাৰ শ্ৰেষ্ঠত্ব লাভৰ আৰু নিজকে সম্পূৰ্ণৰূপে প্ৰকাশ কৰিবৰ উদ্দেশ্যে যি অনশন ব্ৰত গ্ৰহণ কৰা হয়, সি অনশন কৰোঁতা জনৰ ক্ৰমবিকাশৰ পথত অত্যন্ত শক্তিশালী এবিধ সাধন। সেই কাৰণে গভীৰ ভাবে চিন্তা কৰি মই একাদিক্ৰমে পাচ দিন অনশন কৰিবলৈ সিদ্ধান্ত লৈছোঁ। এই অনশনত পানীৰ বাহিৰে আন একো গ্ৰহণ কৰা নহব। এই অনশন ৰবিবাৰে আবেলি আৰম্ভ কৰি মই শুক্ৰবাৰে আবেলি ভঙ্গ কৰিম। কমপক্ষেও এইকণ মই কৰিবই লাগিব।

আগন্তুক 'অল ইণ্ডিয়া কংগ্ৰেছ কমিটি'ৰ বিষয়ে মই বিবেচনা কৰিছো। আনকি এদিনীয়া অনশনেও মোৰ বহুতো বন্ধুৰ মনত উদ্বেগৰ সৃষ্টি কৰি কষ্ট দিব বুলি মই ভালকৈ জানো। তথাপি

এই প্ৰায়শ্চিত্ত মই পিছলৈ পেলাই থবও নোৱাৰো—ইয়াক কমাবৰো মোৰ উপায় নাই।

সহকৰ্ম্মীসকলক মোৰ অনশন অনুকৰণ নকৰিবলৈকে মই পৰামৰ্শ দিও। তেওঁলোকৰ ক্ষেত্ৰত এই কাম উদ্দেশ্যবিহীনৰ দৰে হ'ব। তেখেত সকল সত্যাগ্ৰহ আন্দোলনৰ উদ্ধাৰনকাৰী নহয়। এটা সঙ্কটপূৰ্ণ অস্ত্ৰোপচাৰত পটুতা দেখৱাব নোৱাৰাৰ কাৰণে এজন অস্ত্ৰোপচাৰক যেনেকৈ অসুখী হৈ পৰে, মোৰো তেনে এটা অৱস্থা হৈছে। হয়, মই এই কাম পৰিত্যাগ কৰিব লাগিব, নহয় মই সেই কামত নিপুণতা অৰ্জ্জন কৰিব লাগিব।

মোৰ কাৰণে ব্যক্তিগত প্ৰায়শ্চিত্ত কেৱল প্ৰয়োজনেই নহয়, বাধ্যতামূলকো। ৱাকিং কমিটিয়ে আন সকলোকে সতৰ্ক কৰি যি আত্মসংযমৰ পৰামৰ্শ দিছে সেয়ে তেওঁলোকৰ কাৰণে নিশ্চয় যথোপযুক্ত প্ৰায়শ্চিত্ত হ'ব। ই সাধাৰণ প্ৰায়শ্চিত্ত নহয়। যদি বিশ্বস্ততাৰে পালন কৰা হয় তেন্তে ই নিশ্চয় অনশনতকৈ বেচি বাস্তৱ আৰু কাৰ্য্যকৰী হ'ব। ভাব, চিন্তা আৰু কামত সম্পূৰ্ণ অহিংস হৈ প্ৰতিজ্ঞা পালন কৰা আৰু তেনে ভাব প্ৰচাৰ কৰাতকৈ মহান আৰু ফলদায়ক কাম কি হ'ব পাৰে ? অনশনৰ সপ্তাহটোত যেতিয়া মোৰ সহকৰ্ম্মীসকলে অলস আলোচনাতে ব্যস্ত নাথাকি নীৰৱে ৱাৰ্কিং কমিটিয়ে কৰা আচনি মতে গঠনমূলক কামত আত্মনিয়োগ কৰা মই দেখিম তেতিয়া তেওঁলোকৰ সেই কাম মোৰ আহাৰতকৈও অধিক যেন লাগিব। আমাৰ গঠনমূলক কামৰ আচনিখন তলত লিখা ধৰণে প্ৰস্তুত কৰা হৈছে—

(১) যি সকলে স্বৰাজ লাভৰ কাৰণে কংগ্ৰেছৰ সত্য আৰু অহিংসাৰ নীতি ভালকৈ বুজে তেওঁলোকক কংগ্ৰেছৰ সভ্যপদত ভৰ্ত্তি কৰা।

(২) দৈনিক নিয়মিতভাবে সূতা কটা।

(৩) যন্তৰৰ প্ৰচাৰ কৰা।

(৪) অস্পৃশ্য সকলৰ ঘৰে ঘৰে গৈ তেওঁলোকৰ অভাৱ অভি-যোগৰ খবৰ কৰা।

(৫) অস্পৃশ্য লৰা ছোৱালী সকলৰ কাৰণে জাতীয় স্কুল পতা।

(৬) সকলো সম্প্ৰদায়ৰে লোকৰে গঠিত সমাজ সেৱা সংঘ গঢ়ি তোলা।

(৭) সুৰাপান বদ অভ্যাসৰ দ্বাৰা যিবিলাক ঘৰ ধ্বংসৰ মুখত পৰিছে সেই ঘৰ বিলাকলৈ গৈ খবৰ কৰা।

(৮) প্ৰকৃত অৰ্থত পঞ্চায়ত গঢ়ি তোলা।

(৯) জাতীয় স্কুল প্ৰতিষ্ঠা কৰা ইত্যাদি।

মোৰ বোধেৰে কৰ্ম্মীসকলে অনশন কৰাত কৈ এই বিলাক কামত লাগিব পাৰিলে বেচি ভাল কথা হ'ব। সেই কাৰণে মই আশাকৰোঁ যাতে কোনেও মোৰ প্ৰতি সহানুভূতিশীল হৈ, বা অনশনৰ আধ্যাত্মিক মূল্যৰ এটা ভুলধাৰণা কৰি মোৰ লগতে অনশন কৰিবলৈ আৰম্ভ নকৰে।

সকলো উপবাস বা সকলো প্ৰায়শ্চিত্তই যিমানদূৰ সম্ভৱ গোপনে হ'ব লাগে। কিন্তু মোৰ অনশন মোৰ কাৰণে প্ৰায়শ্চিত্ত আৰু লগতে এটা শাস্তিও। শাস্তি সদায় ৰাজহুৱা ভাবে হ'ব লাগে। ই মোৰ নিজৰ বাবে প্ৰায়শ্চিত্ত আৰু যি সকলৰ সেৱা কৰিবলৈ মই চেষ্টা কৰিছো—যি সকলৰ কাৰণে মই জীয়াই থাকিব খোজা আৰু যি সকলৰ কাৰণে মই মৰিবলৈও ভাল পাম, সেই সকলৰ কাৰণে ই হ'ব শাস্তি। প্ৰত্যক্ষ ভাৱে জড়িত নহয় যদিও কংগ্ৰেছৰ প্ৰতি সহানুভূতি শীল এই লোকসকলে অনিচ্ছাকৃত ভাবে হলেও কংগ্ৰেছৰ নিয়মৰ প্ৰতি অন্যায় আচৰণ কৰিছে। হয়তো তেওঁলোকে নিজ দেশবাসী আপোন মানুহ কনিষ্টবল কেজনক কাটিবৰ পৰত মুখত মোৰ নামেই লৈছিল! প্ৰেমৰ শাস্তি দিয়াৰ প্ৰণালী একমাত্ৰ কষ্টবৰণ। তেওঁলোকক আনকি গ্ৰেপ্তাৰ কৰাৰ কথাটোও মই সহিব নোৱাৰোঁ। কিন্তু মই তেওঁ-লোকক জনাই দিব খোজো যে, তেওঁলোকে কংগ্ৰেছৰ নীতি ভঙ্গ

কৰাৰ কাৰণে মই কষ্ট বৰণ কৰিছো। যি সকলে নিজকে দোষী অনুভৱ কৰে আৰু অনুতপ্ত হৈছে তেওঁলোকে নিজৰ পৰাই পৰিষ্কাৰ ভাবে দোষ স্বীকাৰ কৰি শাস্তিৰ বাবে গৱৰ্ণমেণ্টৰ ওচৰত ধৰা দিবলৈ মই পৰামৰ্শ দিওঁ। মই আশাকৰোঁ গোৰখপুৰ জিলাৰ কৰ্ম্মী সকলে নিশ্চয় দোষীজনক বিচাৰি উলিয়াবলৈ চেষ্টাৰ অলপো ত্ৰুটি নকৰিব আৰু বিচাৰি পালেই তেওঁলোকক চমজাই দিব। হত্যাকাৰী সকলে মোৰ কথা শুনেনে নুশুনে মই ক'ব নোৱাৰো—তথাপি তেওঁলোকক এই কথা মই কব লাগিব যে তেওঁলোকে স্বৰাজৰ কামত বৰ বেচি-ৰকমে হকাবধা কৰিছে। তেওঁলোকৰ কাৰণেই বাৰ্দ্দলীৰ সত্যাগ্ৰহ আন্দোলন বন্ধ কৰিব লগীয়া হৈছে। তেওঁলোকৰ কামেই তেওঁলোকৰ উদ্দেশ্য পূৰণত বাধা জন্মাইছে। আৰু এই কথাও তেওঁলোকক মই জনাই দিব খোজো সে আমাৰ অহিংস আন্দোলন এটা মুখা নহয় —ই হিংসাৰ প্ৰস্তুতিও নহয়। এই আন্দোলনে সম্পূৰ্ণ হিংসাৰ পথ লোৱাত বা তাৰ পূৰ্ব্ব অৱস্থালৈ যোৱাত বাধা দিবৰ কাৰণে মই যি কোনো পৰিমাণৰ অপমান, অত্যাচাৰ, নিৰ্ব্বাসন আনকি মৃত্যুবৰণ কৰিবলৈও সাজু আছো। মই মোৰ প্ৰায়শ্চিত্ত ৰাজহুৱা ভাবে কৰিছো। কিয়নো, তেওঁলোকৰ দৰে জেললৈ গৈ তেওঁলোকৰ কষ্টৰ সমভাগী হোৱাৰ পৰা মই বঞ্চিত হৈছো। বৰ্ত্তমান অৱস্থা সলনি হৈছে। গভৰ্ণমেণ্টক নটিচ উঠাই লবলৈ আৰু বন্দীসকলক খালাচ দিবলৈ আমি কব নোৱাৰো।

তেওঁলোকে আৰু লগতে আমিও, চৌৰি চৌৰাত কৰা দোষৰ কাৰণে ভুগিব লাগিব। আমি স্বীকাৰ কৰোঁৱেই বা নকৰোৱেই এই ঘটনাই প্ৰমাণ কৰে, জীৱনৰ ঐক্য। শাসকসকলকো ধৰি আমি সকলোৱেই নিশ্চয় কষ্ট ভুগিব লাগিব। চৌৰি চৌৰাৰ ঘটনাই গৱৰ্ণমেণ্টক অধিকতৰ কঠোৰ কৰি তুলিব। পুলিচবাহিনীক অধিক পৰিমাণে দুৰ্নীতিপৰায়ণ কৰি তুলিব। প্ৰতিহিংসা লোৱাৰ ভাৱে পুলিচৰ যি জুলুম চলিব, সি মানুহৰ মাজত অধিকতৰ ভাৱে নৈৰাশ্য

সৃষ্টি কৰিব। কিন্তু আন্দোলন বন্ধ কৰি প্ৰায়শ্চিত্ত কৰিলে, সি আমাক এই শোকলগা ঘটনাৰ পূৰ্ব্বৰ অৱস্থালৈ লৈ যাব। কঠোৰ ভাবে শৃঙ্খলা ৰক্ষাৰ দ্বাৰা আৰু আত্মশুদ্ধিৰ দ্বাৰা আমাৰ নৈতিক আত্মবিশ্বাস জন্মিব। সেয়ে হলে আমি গৱৰ্ণমেণ্টে জাৰি কৰা নিৰ্দ্দেশ বিলাক উঠাই লবলৈ আৰু বন্দীসকলক মুক্তি দিবলৈ দাবী জনাব পাৰিম।

এই দুঃখদায়ক ঘটনাৰ পৰা যদি আমি ভালদৰে শিক্ষা গ্ৰহণ কৰো তেন্তে ইয়াক অভিশাপৰ পৰা আশাৰ্ব্বাদলৈ ৰূপান্তৰিত কৰিব পাৰিম। চিন্তা আৰু কামত সম্পূৰ্ণৰূপে সত্যপৰায়ণ, অহিংস আৰু স্বদেশী ভাবাপন্ন হৈ অৰ্থাৎ খদ্দৰৰ আচনি সম্পূৰ্ণ কৰি আমি পূৰ্ণ স্বৰাজ প্ৰতিষ্ঠা কৰিব পাৰোঁ। তেতিয়াহলে এজনেও নিৰূপদ্ৰৱ সত্যাগ্ৰহ নকৰাকৈয়ে খিলাফট আন্দোলনৰ আৰু পাঞ্জাবৰ অন্যায়ৰ প্ৰতিকাৰ কৰিব পাৰিমহঁক।

# লিখিত বিবৃতি

[ ১৯২২ চনৰ ১০ মাৰ্চ্চ তাৰিখে মহাত্মা গান্ধীক আহ্‌মদাবাদৰ সত্যাগ্ৰহ আশ্ৰমত ইয়ংইণ্ডিয়া কাগজত প্ৰকাশ হোৱা চাৰিটা প্ৰবন্ধ,— "Disaffection a virtue", "Tampering with Loyalty", "The Puzzle and its Solution" আৰু "Shaking the Manes"ৰ কাৰণে গ্ৰেপ্তাৰ কৰা হয়। বিচাৰ হয় আহমদাবাদৰ জিলা আৰু চেচন জজ মিঃ চি-এন-ব্ৰুমফিল্ড আই-চি-এচৰ আদালতত। গান্ধীজীয়ে বিচাৰত আত্মপক্ষ সমৰ্থন কৰা নাছিল। তেখেতে দোষ স্বীকাৰ কৰিছিল। কিন্তু লিখিতভাবে এটা বিবৃতি দিছিল, সেই বিবৃতিটো তলত দিয়া হল। ]

পূৰ্ব্বৰ এজন একনিষ্ঠ ৰাজভক্ত আৰু সহযোগী প্ৰজাৰ সলনি সম্প্ৰতি মই কেনেকৈ এজন আপোচ মীমাংসালৈ নহা বিধৰ ৰাজদ্ৰোহী আৰু অসহযোগীত পৰিণত হৈছো আৰু প্ৰধানকৈ যি সকলক সন্তুষ্ট কৰিবলৈ এই মকৰ্দ্দমা উঠোৱা হৈছে সেই ভাৰত আৰু ইংলণ্ডৰ জনসাধাৰণক মই কৈফিয়ৎ দিব লগা আছে।

ভাৰতত আইনমতে প্ৰতিষ্ঠিত গভৰ্ণমেণ্টৰ বিৰুদ্ধে অনাস্থা জন্মোৱাৰ অভিযোগ মই কিয় মানি লৈছো, সেই সম্পৰ্কে মই আদালতকো কব লগা আছে।

১৮৯৩ চনত এটা অশান্ত অৱস্থাৰ মাজত দক্ষিণ আফ্ৰিকাত মোৰ প্ৰথম ৰাজহুৱা জীৱন আৰম্ভ হয়। সেই দেশতো বৃটিছ কৰ্ত্তৃপক্ষৰে সৈতে মোৰ সম্পৰ্ক বৰ ভাল নাছিল। মই তাত গৈ আৱিষ্কাৰ

কৰিলো যে মানুহ হিচাবে আৰু এজন ভাৰতীয় হিচাবে মোৰ কোনো অধিকাৰ নাছিল। আনহাতে, মই আবিষ্কাৰ কৰিছিলোঁ যে মানুহ হিচাবে মোৰ কোনো অধিকাৰ নাছিল—কিয়নো মই এজন ভাৰতীয়।

কিন্তু মই বিফল মনোৰথ হোৱা নাছিলো। মই ভাবিছিলোঁ যে ভাৰতীয় সকলৰ প্ৰতি কৰা এনে ব্যৱহাৰ মূলতঃ আৰু প্ৰধানতঃ এটা ভাল ব্যৱস্থাৰ পৰা নিসৃত ময়লাৰ ভাগ মাথোন। মই গৱৰ্ণমেণ্টৰ লগত স্বেচ্ছাই আন্তৰিকভাবে সহযোগীতা কৰিছিলোঁ; অৱশ্যে কৰবাত কিবা দোষ দেখিলে তাৰ সমালোচনাও কৰিছিলোঁ। কিন্তু কেতিয়াও গৱৰ্ণমেণ্ট ধ্বংস কৰাৰ কথা ভবা নাছিলো। ১৮৯৯ চনত 'বয়াৰ' সকল জকি উঠাত যেতিয়া এই সাম্ৰাজ্যৰ অস্তিত্ব সঙ্কটাপন্ন হৈ পৰিছিল তেতিয়া মই সেৱা কৰিবলৈ আগবাঢ়ি আহিছিলোঁ। মই এটা স্বেচ্ছাসেৱক শুশ্ৰূষাকাৰীৰ দল গঢ়ি তুলিছিলোঁ আৰু যুদ্ধৰ কেবা ঠাইতো সেৱাৰ কাম কৰিছিলো।

সেই একেদৰে ১৯০৬ চনৰ জুলো বিদ্ৰোহৰ সময়ত 'ষ্ট্ৰেচাৰ বিয়াৰাৰ'ৰ দল এটাও গঢ়ি তুলিছিলোঁ আৰু বিদ্ৰোহৰ শেহলৈকে কাম কৰিছিলোঁ। এই দুয়োবাৰেই কৰা কামৰ বাবে মই মেডেল পাইছিলো আৰু কাগজ পত্ৰতো মোৰ নাম উল্লেখ কৰা হৈছিল। দক্ষিণ আফ্ৰিকাত কৰা কামৰ কাৰণে লৰ্ড হাৰ্ডিঞ্জে মোক "কেইজাৰ-ই-হিন্দ" মেডেল প্ৰদান কৰিছিল। ১৯১৪ চনত ইংৰাজ আৰু জাৰ্ম্মান সকলৰ মাজত যুদ্ধ লাগিল। সেই সময়তো মই লণ্ডনত থকা ভাৰতীয় ছাত্ৰ সকলৰে সৈতে ভলণ্টিয়াৰ এম্বুলেঞ্চ দল এটা গঢ়ি তুলিছিলোঁ। এওঁলোকে বৰ ভাল কাম কৰিছিল বুলি কৰ্তৃপক্ষয়ো স্বীকাৰ কৰিছিল। সৰশেহত ১৯১৭ চনত দিল্লীত যুদ্ধ সম্পৰ্কে আলোচনা কৰিবলৈ বহা সভাত লৰ্ড চেমচে্‌ফোৰ্ডে নতুনকৈ সৈন্য সংগ্ৰহ কৰিবৰ কাৰণে যেতিয়া বিশেষভাবে আবেদন জনাইছিল তেতিয়া মই মোৰ স্বাস্থ্য বেয়া কৰিও খেদাত সৈন্য বাহিনীলৈ মানুহ

সংগ্ৰহ কৰিছিলো। সেৱাৰ এই বিলাক কাম কৰোঁতে বিশেষকৈ এই বিশ্বাসৰ দ্বাৰা মই অনুপ্ৰাণিত হৈছিলোঁ যে এই বিলাক কামৰে মই মোৰ দেশবাসীক সাম্ৰাজ্যত সমান মৰ্য্যাদা দিব পাৰিব।

মই প্ৰথম ধাক্কা খালো ৰাউলাট আইনখনৰ পৰা। ৰাইজৰ প্ৰকৃত স্বাধীনতা হৰণ কৰিবৰ অভিপ্ৰায়েৰে এই আইনখন ৰচিত হৈছিল। এই আইনখনৰ বিৰুদ্ধে তীব্ৰ আন্দোলন চলাব লাগিব আৰু যেন সেই আন্দোলনৰ নেতৃত্ব ময়ে বহন কৰিব লাগিব এনেকুৱা মোৰ ভাৱ হ'ল। তাৰ পাছতে পাঞ্জাৱত ঘটা ভীষণ কাণ্ড বিলাকৰ সূত্ৰপাত হয়। জালিৱানাবাগৰ হত্যাকাণ্ডই তাৰ আৰম্ভণী। ৰাজহুৱা ভাবে বেত মৰা, চোচোৰোৱা আদি অৱৰ্ণনীয় অপমানজনক কাণ্ড কাৰখানা-বিলাকৰ দ্বাৰা অত্যাচাৰ চূড়ান্ত পৰ্য্যায় পাইছিলগৈ। মই দেখিলো যে তুৰস্ক আৰু মুছলমান সকলৰ পবিত্ৰঠাই সমূহৰ অখণ্ডতা ৰক্ষা সম্পৰ্কে, ইংলণ্ডৰ প্ৰধান মন্ত্ৰীয়ে মুছলমান জনসাধাৰণক দিয়া প্ৰতিশ্ৰুতি পূৰণ কৰাৰো কোনো আশা নাই। এই ধৰণৰ অমঙ্গলীয়া বাতাবৰণৰ পূৰ্ব্বাভাষ পায়ো, আনকি ১৯১৯ চনৰ অমৃতচৰ কংগ্ৰেছত বন্ধুসকলে বিশেষ ভাবে সতৰ্ক কৰি দিয়া স্বত্বেও, মই মণ্টেগু-চেমচফৰ্ড ৰিফৰ্মৰ কাৰ্য্যত সহযোগীতা কৰিবৰ কাৰণে যুঁজিছিলোঁ। মোৰ আশা আছিল হয়তো প্ৰধানমন্ত্ৰীয়ে মুছলমানসকলক দিয়া প্ৰতিশ্ৰুতি ৰক্ষা কৰিব, পাঞ্জাৱত হনা আঘাতৰ উপশম হ'ব, আৰু যি শাসন সংস্কাৰৰ কথা তোলা হৈছে সি যথোপযুক্ত বা সন্তোষজনক নহলেও ভাৰতবাসীৰ কাৰণে আশাপূৰ্ণ নতুন এটা যুগৰ সূচনা কৰিব।

কিন্তু সেই সকলো আশা চূড়মাৰ হ'ল। খিলাফৎ প্ৰতিজ্ঞা পূৰণ কৰা ন'হল। পাঞ্জাৱত ঘটা দোষবিলাক ঢাকি ৰখা হ'ল। গুৰুতৰ অপৰাধত অপৰাধী সকলে শাস্তিৰ পৰাই যে ৰেহাই পালে এনে নহয় তেওঁলোক কামতো বাহাল থাকিল। তেওঁলোকৰ কিছুমানক ভাৰতৰ ৰাজহৰ ধনেৰে পেন্সন দিয়া হ'ল

আৰু আনকি কিছুমানক পুৰস্কৃতো কৰা হ'ল। মই ইয়াকো দেখিলো যে শাসন সংস্কাৰে অন্তৰ পৰিবৰ্ত্তনতো নকৰিলেই বৰঞ্চ সি ভাৰতবৰ্ষৰ পৰা আৰু অধিক ধন সম্পত্তি উলিয়াই নিয়াৰ আৰু তাৰ লগতে ভাৰতবৰ্ষৰ দাসত্ব দিঘলীয়া কৰাৰ ব্যৱস্থা কৰিলে।

অৱশেষত অনিচ্ছাস্বত্ত্বেও মই এই সিদ্ধান্তলৈ আহিবলৈ বাধ্য হৈছো যে বৃটিছৰ লগত হোৱা সম্পৰ্কৰ ফলত ৰাজনৈতিক আৰু অৰ্থ-নৈতিক ক্ষেত্ৰত ভাৰতবৰ্ষৰ আজি যি অৱস্থা হৈছে তেনে এটা অৱস্থা ইতিপূৰ্ব্বে কেতিয়াও হোৱা নাছিল।

অস্ত্ৰশস্ত্ৰহীন ভাৰতৰ আজি ইচ্ছা থাকিলেও আক্ৰমণকাৰীক অস্ত্ৰশস্ত্ৰৰ যুদ্ধলৈ আহ্বান কৰিবৰ শক্তি নাই। অৱস্থা এনেকুৱাত পৰিছেগৈ যে, আমাৰ ভিতৰৰ বহুতো শ্ৰেষ্ঠ লোকেও ভাবিবলৈ ধৰিছে যে স্বায়ত্বশাসন লাভ কৰিবলৈ ভাৰতৰ কেৱা পুৰুষো লাগিব। অৰ্থনৈতিক ক্ষেত্ৰত ভাৰতবৰ্ষ আজি ইমানেই নিশকটীয়া যে দুৰ্ভিক্ষ ৰোধ কৰিবৰ এই দেশৰ শক্তি নাই। বৃটিছ সকলৰ আবিৰ্ভাবৰ পূৰ্ব্বে ভাৰতবৰ্ষৰ লাখ লাখ ঘৰত সূতা কটা আৰু কাপোৰ বোৱা কাম হৈছিল। খেতিৰ উপাৰ্জ্জনৰ লগতে আবশ্যকীয় খিনিৰ অভাব ই পূৰণ কৰিছিল। বিশ্বাস কৰিব নোৱৰা ধৰণৰ নিষ্ঠুৰ আৰু অমানুষিক পদ্ধতিৰে ভাৰতবৰ্ষৰ অস্তিত্বৰ কাৰণে অত্যন্ত আৱশ্যকীয় কুটীৰ শিল্পক কেনেকৈ ধ্বংস কৰা হৈছে, ইংৰাজ দৰ্শক সকলে দিয়া বৰ্ণনাই তাৰ সাক্ষী। অৰ্দ্ধাহাৰী অনাহাৰী ভাৰতীয় জনসাধাৰণ কিদৰে তিল তিলকৈ মৃত্যুৰ মুখলৈ আগ-বাঢ়িছে সেই খবৰ চহৰবাসী সকলে বৰ এটা নেজানে। চহৰবাসী সকলে হয়তো, নেজানেই যে তেওঁলোকে যি সুখ স্বাচ্ছন্দ্য ভোগ কৰে তাৰ ধন তেওঁলোকে পায় বিদেশী শোষক সকলৰ কাৰণে দালাল গিৰি কৰি। লাভ আৰু 'ব্ৰকাৰেজ' [ ভাৰতীয় দালাল সকলে পোৱা কমিচন ] ভাৰতীয় জনসাধাৰণক শোষণ কৰি আদায় কৰা হয়। বৃটিছ ভাৰতত আইনমতে প্ৰতিষ্ঠিত চৰকাৰটো যে জনসাধাৰণক শোষণ

কৰিবলৈকে চলোৱা হৈছে সেই কথা তেওঁলোকে অনুভৱেই নকৰে। বিমানেই সুচতুৰভাৱে তৰ্ক নকৰোক কিয় বা সংখ্যাৰ ছালবাক্তি নেদেখুৱাওক কিয়, বহুতো গাৱত চকুৰে দেখিবলৈ পোৱা নাওঠা হাড়ে ছালে লাগি থকা মানুহৰ জকা বিলাকৰ সাক্ষী কেও অস্বীকাৰ কৰিব নোৱাৰে। াস যিকি নহওক যদি ওপৰত ঈশ্বৰ আছে তেন্তে বুৰঙ্গীত ক'তো নজিৰ বিচাৰি পাবলৈ নোহোৱা, মানৱতাৰ বিৰুদ্ধে কৰা এই দোষৰ সমুচিত প্ৰত্যুত্তৰ ইংলণ্ডই আৰু ভাৰতৰ চহৰবাসী বাইজে এদিন দিব যে লাগিব সেই বিষয়ে মোৰ অকণো সন্দেহ নাই। আনকি আইনো এই দেশত বিদেশী শোষক সকলৰ শোষণ কাৰ্য্যৰ সহায়ক হিচাবেহে প্ৰয়োগ কৰা হৈছে। নিতান্ত পক্ষপাত শূন্য ভাবে বিচাৰ কৰাৰ পাছত মোৰ এই বিশ্বাস জন্মিছে যে, পাঞ্জাৱত সামৰিক আইনৰ দ্বাৰা বিচাৰ কৰি দোষী সাব্যস্ত কৰা অন্ততঃ শতকৰা ৯৫টা অভিযোগেই সম্পূৰ্ণৰূপে ভিত্তিহীন। ভাৰতবৰ্ষত ৰাজনৈতিক কাৰণত অভিযুক্ত হোৱা লোক সকলৰ অভিযোগবিলাক বিচাৰ কৰি মই এই সিদ্ধান্তলৈ আহিছো যে, দোষী সাব্যস্ত হোৱা লোকসকলৰ প্ৰত্যেক দহজনৰ ভিতৰত নজনেই সম্পূৰ্ণ নিৰ্দ্দোষী। তেওঁলোকৰ দোষ এয়ে যে, তেওঁলোকে নিজৰ দেশক ভালপায়। ভাৰতবৰ্ষৰ আদালত সমূহত এশটাৰ ভিতৰত নিৰান্নবৈটা মকৰ্দ্দমাত ভাৰতীয় মানুহে য়ুৰোপীয় সকলৰ বিৰুদ্ধে ন্যায় বিচাৰ নেপায়। এই কথা বিলাক অলপো অতিৰঞ্জিত নহয়। এনে অভিযোগ বিলাকৰে সৈতে জড়িত প্ৰত্যেকজন ভাৰতীয় লোকেই বঢ়িয়াকৈ এই কথা জানে। মই ভাবো যে, শোষকসকলৰ সুবিধাৰ কাৰণে সজ্ঞানে বা অজ্ঞানে আইনৰ অসঙ্গত ব্যৱহাৰ কৰা হৈছে।

আটাইতকৈ দুখলগা কথা এয়ে যে শাসন কাৰ্য্যতে জড়িত থকা বৃটিছ আৰু তেওঁলোকৰ সহযোগী ভাৰতীয় সকলে নেজানে যে তেওঁলোকেই মই বৰ্ণনা কৰিবলৈ চেষ্টা কৰা এই দোষণীয় কাৰ্য্যত নিযুক্ত আছে। বহুতো ইংৰাজ আৰু ভাৰতীয় চাকৰিয়ালে সাধু

ভাবে এই কথা বিশ্বাস কৰে যে তেওঁলোকে পৃথিবীত এতিয়ালৈকে ওলোৱা উত্তম শাসন প্ৰণালী বিলাকৰ ভিতৰবে এটা প্ৰণালী ভাৰতবৰ্ষত প্ৰয়োগ কৰিছে আৰু ভাবে যে ভাৰতবৰ্ষই মন্থৰ গতিৰে হলেও দৃঢ়ভাবে উন্নতিৰ পথত আগ বাঢ়িছে। তেওঁলোকে নেজানে যে এহাতে মন কৰিব নোৱৰাকৈ কিন্তু অথচ কাৰ্য্যকৰী ভাৱে সন্ত্ৰাসবাদৰ সৃষ্টি কৰি,—সংগঠিত ভাবে শক্তিৰ প্ৰদৰ্শন কৰি, আন হাতে আত্মৰক্ষা আৰু প্ৰতিৰোধ কৰিব পৰা সকলো ক্ষমতাৰ পৰা বঞ্চিত কৰি গোটেই জাতিটোকে তেওঁলোকে পঙ্গু, পুৰুষত্বহীন কৰি পেলাইছে আৰু তেওঁলোকৰ মাজত অন্ধ অনুকৰণৰ স্বভাৱ জন্মাবৰ কাৰণে প্ৰবোচনা যোগাইছে। এনে অদ্ভুত দস্তুৰ অভ্যাসত পৰিণত হৈ শাসকসকলৰ অজ্ঞতা আৰু আত্মপ্ৰবঞ্চনা বৃদ্ধি পাইছে। ইণ্ডিয়ান পেনাল ক'ডৰ ১২৪-ক ধাৰা, যি ধাৰা অনুসৰি মোৰ বিচাৰ চলিছে, সম্ভৱ ৰাজনৈতিক ধাৰা বিলাকৰ ভিতৰত এই ধাৰাটোৱেই নাগৰিকৰ স্বাধীনতা দবাই ৰাখিবৰ উদ্দেশ্যে প্ৰণয়ন কৰা ভাৰতীয় দণ্ডবিধি আইনৰ প্ৰধান ধাৰা। ভক্তি বা আনুগত্য আইনৰ দ্বাৰা নিৰ্ম্মাণ বা নিয়ন্ত্ৰণ কৰিব পৰা বস্তু নহয়। যদি কোনোবাই কাৰোবাক, বা কোনো বস্তুক ভাল নেপায় তেন্তে তেওঁ তাক প্ৰকাশ কৰাৰ পূৰা স্বাধীনতা থাকিব লাগিব—যেতিয়ালৈকে তেওঁ হিংসাৰ কথা নেভাবে, প্ৰবোচনা নোযোগায় বা হিংসাৰ ষড়যন্ত্ৰত লিপ্ত নহয়। কিন্তু মিঃ বেঙ্কাৰ আৰু মোক যি ধাৰাত পেলোৱা হৈছে তাত কেৱল বিৰূপ ভাৱ ৰখোৱাটোৱেই এটা অপৰাধ। মই এই ধাৰাৰ দ্বাৰা বিচাৰ কৰা কিছুমান মকৰ্দ্দমা অধ্যয়ণ কৰিছো। ভাৰতীয় দেশ প্ৰেমিক সকলৰ ভিতৰৰ অতিশয় জনপ্ৰিয় বহুতকে এই ধাৰা অনুসৰি বিচাৰ কৰি শাস্তি দিয়া হৈছে। সেই কাৰণে এই ধাৰাত অভিযুক্ত হোৱাতো সৌভাগ্যৰ কথা বুলি মই বিবেচনা কৰোঁ। যিমানদূৰ সম্ভৱ চমুকৈ মোৰ চৰকাৰৰ প্ৰতিথকা বিৰূপ ভাৱৰ কাৰণ দিবলৈ চেষ্টা কৰিছোঁ। ব্যক্তিগত ভাৱে ৰজাৰ

বিৰুদ্ধে তো নায়েই কোনো এজনো শাসনকৰ্ত্তাৰ প্ৰতিয়েই মোৰ কোনো বেয়া ভাব নাই।

কিন্তু যি গৱৰ্ণমেণ্টে পূৰ্ব্বতে থকা সকলো বিলাক গৱৰ্ণমেণ্টত কৈ বহুত বেচি পৰিমাণে ভাৰতবৰ্ষৰ অনিষ্ট সাধন কৰিছে তেনে এটা গৱৰ্ণমেণ্টৰ প্ৰতি অসহযোগৰ ভাৱ পোষণ কৰাতো মই এটা ধৰ্ম্মৰ কাম বুলি বিবেচনা কৰিছো। ভাৰতবৰ্ষ, ইতিহাসৰ সকলো সময়তকৈ বৃটিছৰ অধীনলৈ আহি বহুত বেচি পৰিমাণে ভীৰু আৰু কাপুৰুষ হৈ পৰিল। এনে বিশ্বাসত বিশ্বাসী হৈ মই বিবেচনা কৰো যে, এনে এটা গৱৰ্ণমেণ্টৰ প্ৰতি আস্থা ৰখাহে পাপ। মোৰ বিপক্ষে তোলা অভিযোগৰ উত্তৰ স্বৰূপে বহুতো প্ৰবন্ধ পাতিত আগতে ওলোৱা কথাখিনিকে এইদৰে লিখি জনাবলৈ সুযোগ পোৱাটো মোৰ বাবে এটা ডাঙৰ সৌভাগ্যৰ কথাবুলি ভাবিছো।

দৰাচলতে, ভাৰতবৰ্ষ আৰু ইংলণ্ডই যি এটা অস্বাভাবিক পৰিস্থিতিৰ মাজত থাকিবলগীয়া হৈছে তাৰ পৰা উদ্ধাৰ পাবৰ এটা উপায় অসহযোগৰ দ্বাৰা দেখুৱাই দি এই দুয়ো দেশৰ প্ৰতি এটা উচিত কামকে কৰিছো বুলি মই ভাবো। মোৰ বিনীত অভিমত এয়ে যে, অসতৰে সৈতে অসহযোগ কৰাতো সতৰ লগত সহযোগীতা কৰাৰ দৰেই এটা পবিত্ৰ কৰ্ত্তব্য। কিন্তু অতীতত দুষ্কাৰ্য্যকাৰীৰে সৈতে অসহযোগৰ নিদৰ্শন তেওঁলোকৰ বিৰুদ্ধে হিংসামূলক কাৰ্য্যৰ জৰিয়তে প্ৰকাশ হৈছিল। মই দেশবাসীকে ইয়াকে দেখুৱাবলৈ চেষ্টা কৰিছো যে, হিংসাত্মক অসহযোগৰ দ্বাৰা ফল আৰু বেয়াহে হয়। যিহেতু অসত্যৰ আশ্ৰয় হৈছে হিংসা সেই কাৰণে অসতৰ লগত সহ-যোগীতা বৰ্জ্জন কৰিবলৈ হলে, হিংসা সম্পূৰ্ণ ত্যাগ কৰিব লাগিব। অহিংসাৰ ই এটা অপৰিহাৰ্য্য চৰ্ত্ত যে অসতৰে সৈতে অসহযোগ কৰিবলৈ যাওতে স্বইচ্ছাই শাস্তি মূৰ পাতি লব লাগে। সেই কাৰণে এইক্ষেত্ৰত যিটো এজন নাগৰিকৰ কাৰণে সৰ্ব্বোচ্চ কৰ্ত্তব্য বুলি মই বিবেচনা কৰো, কিন্তু আইনৰ চকুত যি অপৰাধ বুলি সাব্যস্ত হৈছে

তাৰ কাৰণে কঠোৰতম শাস্তি আনন্দেৰে গ্ৰহণ কৰিবলৈ মই সাজু আছো।

জজ আৰু 'এচচৰ' সকল। আপোনাসকলৰ সম্মুখত এটা মাত্ৰ বাট মুকলি আছে। হয়, আপোনাসকলে পদত্যাগ কৰি, অসতৰ লগত সম্পৰ্ক ছেদ কৰোক নাইবা, আপোনাসকলে যদি বিশ্বাস কৰে যে, যি শাসন প্ৰণালী আৰু আইন প্ৰয়োগৰ ক্ষেত্ৰত আপোনাসকলে সহায় কৰিছে সি দেশবাসীৰ মঙ্গলৰ কাৰণে আৰু মোৰ কাৰ্য্যকলাপ দেশবাসীৰ কাৰণে ক্ষতিকাৰক তেনেহলে মোক গুৰুতৰ শাস্তি বিহক।

# ৰুটি-শ্ৰম

জীয়াই থাকিবৰ কাৰণে যে মানুহে কাম কৰিব লাগে এই কথা প্ৰথমতে মই হৃদয়ঙ্গম কৰোঁ, মহামতি টলষ্টয়ৰ ৰুটি-শ্ৰমৰ ওপৰত লিখা প্ৰবন্ধৰ পৰা। অৱশ্যে, তাৰো আগতে ৰাস্কিনৰ "আন্‌ টু দিচ্‌ লাষ্ট" নামে কিতাপখন পঢ়াৰ পিছত, ৰুটি-শ্ৰম ভাৱটোৰ প্ৰতি মোৰ আগ্ৰহ জন্মছিল। মচি্‌ৱ টি, এম, বনদাৰেফ নামে ৰুচ লিখক এজনে প্ৰথমতে এই ঐশ্বৰিক আইনৰ ওপৰত জোৰ দিয়ে যে মানুহে তেওঁৰ হাতেৰে কাম কৰি, তেওঁৰ প্ৰয়োজনীয় ৰুটি বা ভাত আৰ্জ্জি ল'ব লাগে। টলষ্টয়ে ইয়াকে বাহুল্য ভাবে প্ৰচাৰ কৰে। মোৰ মতে, গীতাৰ তৃতীয় অধ্যায়ত, সেই একে নীতিকে ডাঙি ধৰি ভগবান শ্ৰীকৃষ্ণই কৈছে যে, যি যজ্ঞ নকৰাকৈ খায়, তেওঁ অপহৃত খাদ্যহে খোৱা হয়। ইয়াত যজ্ঞ মানে ৰুটি-শ্ৰম।

যুক্তি বিচাৰ কৰি চালেও, আমি একে সিদ্ধান্তলৈ আহোঁ। যি মানুহে শাৰীৰিক শ্ৰম নকৰে, তেওঁৰ খাবৰ কি অধিকাৰ আছে? বাইবেলত কৈছে: "কপালৰ ঘাম মাটিত পেলাই, তুমি তোমাৰ ৰুটি খাবা"। এজন কোটীপতিক যদি আনে খোৱা বোৱাতো সহায় কৰি দিয়ে আৰু তেও দিনে ৰাতিয়ে বিচনাত শুই বহি থাকে, তেন্তে তেওঁ কেদিনমানতে ভাগৰি পৰিব। তেনেকৈ চলিব নোৱাৰা হ'ব। তেওঁ শাৰীৰিক পৰিশ্ৰম কৰি ভোক লগাব লগা হব। যদি ধনী দুখীয়া সকলোৱেই এনেকৈ এক প্ৰকাৰৰ নহয় এক প্ৰকাৰৰ পৰিশ্ৰম কৰিব লগা হয় তেন্তে সেই পৰিশ্ৰমে উৎপাদনমূলক ৰূপ লোৱাত অৰ্থাৎ ৰুটি-শ্ৰম কৰাত আপত্তিৰ কি কাৰণ থাকিব পাৰে?

কোনেও খেতিয়কক উশাহলোৱাৰ পৰিশ্ৰম বা মাংসপেশীৰ পৰিশ্ৰম কৰিবলৈ নকয়। মানুহজাতিৰ ৯/১০ ভাগৰো বেছিয়ে মাটি

চহায় জীবিকা অৰ্জ্জন কৰে। যদি বাকী দশম ভাগটোৱেও অত্যধিক সংখ্যাগৰিষ্ঠসকলৰ দৃষ্টান্ত অনুসৰণ কৰিলেহেতেন, তেনেহলে পৃথিবী এতিয়াতকৈ কিমান বেচি সুখী, স্বাস্থ্যসম্পন্ন আৰু শান্তিপূৰ্ণ হ'লহেতেন!

কৃষি কামৰ লগৰীয়া কষ্টও সহজে নোহোৱা কৰিব পৰা যাব, যদি এই লোক সকলে কৃষিত ধৰে। আকৌ প্ৰতিজনেই ৰুটি-শ্ৰমৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিলে, সমাজত ডাঙৰ সৰুৰ ঘৃণিত পাৰ্থক্যও নোহোৱা হ'ব। সকলো বৰ্ণৰ মানুহৰ কাৰণে ই প্ৰযোজ্য হ'ব। পুঁজি আৰু শ্ৰমৰ ভিতৰত পৃথিবী ব্যাপি সজ্ঘৰ্ষ আছে। দুখীয়াই ধনীক ঈৰ্ষা কৰে। যদি সকলোৱেই তেওঁলোকৰ ৰুটিৰ বা ভাতৰ কাৰণে কাম কৰে, তেন্তে স্থান বা পদ বৈষম্য উঠি যাব। ধনী তেতিয়াও থাকিব, কিন্তু তেওঁলোকে নিজক তেওঁলোকৰ সম্পত্তিৰ ট্ৰাষ্টি বা ৰখীয়া বুলিহে ভাবিব আৰু সেই সম্পত্তি প্ৰধানকৈ ৰাজহুৱা কামত হে লগাব।

যি সকলে অহিংসা পালন কৰিব খোজে, সত্যৰ পূজা কৰে, ব্ৰহ্মচৰ্য্য স্বাভাবিক ব্ৰত হিচাবে লয়, তেওঁলোকৰ কাৰণে ৰুটি-শ্ৰম প্ৰকৃত আশীৰ্ব্বাদ। কৃষিৰ লগত এই শ্ৰমৰ সম্পৰ্ক বেচি স্বাভাবিক। কিন্তু বৰ্ত্তমান অৱস্থাত প্ৰত্যেকেই কৃষিৰ কাম লোৱাৰ সুযোগ নাই। এনে অৱস্থাত খেতিৰ পৰিবৰ্ত্তে, সূতা কটা, তাঁত বোৱা, মিস্ত্ৰিৰ কাম, কমাৰৰ কাম কৰিব পৰা যায়। অৱশ্যে কৃষি সদায়েই আদৰ্শস্থানীয় বুলি জানিব লাগে। প্ৰত্যেকেই নিজৰ মেটোৰ হোৱা উচিত। মানুহে যেনেকৈ খোৱা বোৱাৰ প্ৰয়োজন তেনেকৈ শৌচ প্ৰস্ৰাৱৰো প্ৰয়োজন। প্ৰত্যেকেই নিজৰ মৱলা নিজে চাফ কৰাই হৈছে উত্তম কথা। যদি ই সম্ভৱ নহয় অৰ্থাৎ প্ৰতিজনে নোৱাৰো, তেন্তে পৰিয়ালে নিজৰ নিজৰ পৰিয়ালৰ মলমূত্ৰ পৰিষ্কাৰ কৰিব লাগে। মই বহুত বছৰৰ পৰা অনুভৱ কৰিছো যে, ক'ৰবাত কিবা এটা মৌলিক ভুল আছে, যিহৰ কাৰণে চাফাই বা মেটোৰৰ কাম সমাজৰ

এটা সুকীয়া শ্ৰেণীৰ কাম বুলি ধৰা হৈছে। স্বাস্থ্য সম্পৰ্কে অতি প্ৰয়োজনীয় এই চাফাই বা মেটোৰৰ কামক আটাইতকৈ তলত কোনে স্থান দিলে, সেইটো জানিবলৈ ইতিহাসৰ কোনো বিৱৰণ নাই। সেইজন পুৰুষ যেয়েই নহওক, তেও আমাৰ একো উপকাৰ কৰি যোৱা নাই। সকৰে পৰা আমাৰ মনত এনে ধাৰণা জন্মাৰ লাগে যে আমি সকলো মেটোৰ। যি সকলে এই প্ৰয়োজনীয়তা উপলব্ধি কৰিছে, তেওঁলোকে সহজে ইয়াকে কৰিব পাৰে মেটোৰ হিচাবে কটি-শ্ৰম আৰম্ভ কৰি। চাফাই বা মেটোৰৰ কাম বুদ্ধিৰে সৈতে গ্ৰহণ কৰিলে, মানুহৰ সমতাৰ প্ৰকৃত ধাৰণা জন্মাত সহায় হ'ব।

"য়াৰবাদা মন্দিৰৰ" পৰা।

# বুদ্ধিৰ উৎকৰ্ষতা নে বিচ্ছিন্নতা

অলপতে ত্ৰিভাঙ্কুৰ আৰু মাদ্ৰাজত ভ্ৰমণ কৰোঁতে মই বহুতো ছাত্ৰ আৰু বুদ্ধিমান লোকক লগ পাইছিলো। তেওঁলোকৰ লগত সম্পৰ্কলৈ আহি মই বুজিলো যে, তেওঁলোক বুদ্ধিৰ উৎকৰ্ষতা সাধনতকৈ বুদ্ধিৰ বিচ্ছিন্নতাৰ হে দৃষ্টান্ত। দোষ হৈছে আধুনিক শিক্ষাৰ প্ৰণালীত। ই মনক যি পথে পৰিচালিত কৰে তাৰ দ্বাৰা মন বা বুদ্ধিৰ উন্নতিত সহায় হোৱাৰ পৰিবৰ্ত্তে বাধাহে সৃষ্টি হয়। সেৱাগ্ৰামত মই যি পৰীক্ষা কৰিছো, তাৰ পৰা এনে ধাৰণা সঁচা বুলি প্ৰতীয়মান হৈছে। কিন্তু সেই পৰীক্ষা এতিয়াও অসম্পূৰ্ণ হৈ আছে; সাক্ষী হিচাবে দিব পৰা হোৱা নাই। শিক্ষাৰ বিষয়ে মই আজি যি মত দিব খুজিছো, ১৯০৪ চনত দক্ষিণ আফ্ৰিকাত ফনিক্স আশ্ৰম পতাৰে পৰা সেই মত মই পোষণ কৰি আহিছো।

মোৰ অভিমত যে, বুদ্ধিৰ প্ৰকৃত শিক্ষা হব পাৰে হাতভৰি চকুকাণ নাক আদি শৰীৰৰ অঙ্গ প্ৰত্যঙ্গৰ জড়িয়তেহে। এই কথাষাৰকে অন্য ভাবে ক'ব লাগিলে লৰাছোৱালীৰ শৰীৰৰ অঙ্গপ্ৰতঙ্গৰ বুদ্ধিযুক্ত ব্যৱহাৰেই হে তেওঁলোকৰ ( লৰাছোৱালীৰ ) বুদ্ধি বিকাশৰ সৰ্ব্বশ্ৰেষ্ঠ আৰু সকলোতকৈ দ্ৰুত উপায়। কিন্তু বুদ্ধি আৰু শৰীৰৰ উৎকৰ্ষতা সাধনৰ লগে লগে যদি আত্মাৰ জাগৰণ নহয়, তেন্তে কেৱলমাত্ৰ প্ৰথমটো ( বুদ্ধি আৰু শৰীৰৰ উৎকৰ্ষতা ) এতৰপীয়া সামান্য লাভৰ কথা হে হ'ব। আত্মাৰ জাগৰণ মানে মই অন্তঃকৰণৰ শিক্ষা বুজাইছো। মন বা বুদ্ধিৰ সৰ্ব্বাঙ্গীন আৰু প্ৰকৃত উৎকৰ্ষতা সাধন তেতিয়াহে হ'ব পাৰে, যদি তাৰ আগতে লৰাছোৱালীৰ আধ্যাত্মিক আৰু শাৰীৰিক ক্ষমতা বিকাশৰ কাৰণে শিক্ষা দিয়া যায়। শৰীৰ মন আৰু আত্মা এই কিটা লৈ এটা অবিভাজ্য গোট। এই

তথ্যমতে ইয়াৰ এটাক বাদ দি আনটোৰ উৎকৰ্ষতা সাধন হ'ব পাৰে বুলি ভাবিলে ডাঙৰ ভুল কৰা হ'ব।

শৰীৰ, মন আৰু আত্মাৰ বিভিন্ন ক্ষমতাৰ ভিতৰত ভাল ভাবে সম্পৰ্ক, সামঞ্জস্য বা ঐক্য স্থাপন নোহোৱাৰ ফল যে কিমান অনৰ্থমূলক হ'ব পাৰে সেইটো পৰিষ্কাৰকৈ দেখা গৈছে। আমাৰ চাৰিওফালে এনে অৱস্থা দেখা যায়। আজি পাৰিপাৰ্শ্বিকতাৰ বিকৃত অৱস্থাৰ কাৰণেহে, এই বিষয়ে আমাৰ অনুভূতি নোহোৱা হৈছে। আমাৰ গাৱৰ মানুহৰ কথা ধৰোক, মন আৰু আত্মাৰ ফালৰ পৰা তেওঁলোক পশুৰ শ্ৰেণীলৈ নামি গৈছে। তেওঁলোকৰ কাৰণে জীৱন হৈছে জধলা মধলাকৈ, যেনে তেনে পাৰ কৰি নিয়া কেটা মান বছৰ। আনপক্ষে, আজিকালি নগৰৰ স্কুল কলেজত শিক্ষাৰ নামত যি চলিছে, দৰাচলতে সি হৈছে বুদ্ধিৰ বিচ্ছিন্নতা বা বিক্ষিপ্ততা। এই শিক্ষা ব্যৱস্থাত বুদ্ধিৰ শিক্ষাৰ লগত, শাৰীৰিক বা কায়িক কামৰ কোনো সম্পৰ্ক নাই বুলি ভবা হয়। কিন্তু যিহেতু শৰীৰটো স্বাস্থ্যবান কৰি ৰাখিবলৈ কিছু শাৰীৰিক শ্ৰম নহলে নহয়, সেইকাৰণে তেওঁলোকে কৃত্ৰিম আৰু আন প্ৰকাৰে অনাফলপ্ৰসূ শাৰীৰিক ব্যায়ামৰ দ্বাৰা তেনে উদ্দেশ্য সিদ্ধিৰ বৃথা প্ৰয়াস কৰিছে। এই মতে শৰীৰ চৰ্চ্চা কৰা এজন ডেকাই সাধাৰণ শ্ৰমিক এজনৰ লগত শাৰীৰিক সহিষ্ণুতাত প্ৰতিযোগীতা কৰিব নোৱাৰে। সামান্যভাৱে শাৰীৰিক শ্ৰম কৰিলেও, তেওঁৰ মুৰৰ বিষ ধৰে, অলপ ৰদত থাকিলেই মুৰ ঘাইজাই কৰে। আচৰিত কথা যে এই সকলো 'স্বাভাবিক' বুলি ভবা হয়। অন্তঃকৰণৰ ক্ষমতা বিকাশৰ ক্ষেত্ৰত লৰাছোৱালীক বনৰীয়া ভাৱে,—শৃঙ্খলা বিহীন হিচাবে গুটি সিচিবলৈ বা পুলি কৰলৈ এৰি দিয়া হয়। ইয়াৰ ফল হৈছে, নৈতিক আৰু আধ্যাত্মিক অৰাজকতা। ইয়াকো কিন্তু প্ৰশংসনীয় বুলি ভবা হয়!

ইয়াৰ বিপৰীতে আৰম্ভণীৰে পৰা অন্তঃকৰণৰ শিক্ষাত মন দিয়া লৰাছোৱালীৰ দৃষ্টান্তলৈ মন দিওক। ধৰোক সূতাকাটা, বাঢ়ৈৰ কাম

কৃষি ইত্যাদি কিবা এটা প্ৰয়োজনীয় কাম তেওঁলোকৰ শিক্ষাৰ কাৰণে দিয়া হৈছে, আৰু সেই সম্পৰ্কত কামটোৰ বিভিন্ন বিষয়ৰ তথ্য সম্পৰ্কে বিস্তাৰিত জ্ঞান দিয়া হয় আৰু তেওঁলোকে ব্যৱহাৰ কৰা আহিলা পাতি তৈয়াৰ কৰিবলৈ আৰু তাবে কেনেকৈ কাম কৰিব লাগে শিকোৱা হয়। এনেকৈ শিক্ষা পোৱা ল'ৰাছোৱালীৰ অকল সুন্দৰ স্বাস্থ্যসম্পন্ন শৰীৰেই যে গঢ়ি উঠিব এনে নহয়; তেওঁলোকৰ শুভ্ৰ নিৰ্ম্মল, শক্তিশালী বুদ্ধিও জাগ্ৰত হ'ব। এই বুদ্ধি কেৱল কিতাপ পঢ়া বুদ্ধি নহব। ই হ'ব দৈনন্দিন কামৰ অভিজ্ঞতাৰ দ্বাৰা পৰীক্ষিত। তেওঁলোকৰ বুদ্ধিৰ শিক্ষাৰ ভিতৰত থাকিব অঙ্ক আৰু এনে বহুবিধ বিজ্ঞানৰ জ্ঞান, যিবিলাক তেওঁৰ জীবিকাৰ কাম দক্ষতাৰে আৰু বুদ্ধিৰে পৰিচালনা কৰিবৰ কাৰণে প্ৰয়োজন। ইয়াৰ লগতে যদি জিৰণি লোৱা হিচাপে সাহিত্য যোগ দিয়া হয়, তেওঁ পাব এনে সৰ্ব্বাঙ্গীন শিক্ষা যি শিক্ষাত থাকিব সম্পূৰ্ণ ভাৰ সাম্য আৰু য'ত শৰীৰ, মন বুদ্ধি আৰু আত্মাই বিকাশৰ পূৰ্ণ সুযোগ পাব আৰু একেলগে উন্নতি কৰি, এক স্বাভাবিক, সামঞ্জস্যপূৰ্ণ অখণ্ড সত্বাত পৰিণত হ'ব। মানুহ কেৱল বুদ্ধিও নহয়, স্থূল জন্তুৰ শৰীৰো নহয়, হৃদয় বা আত্মাও নহয়। সম্পূৰ্ণ এজন মানুহ হ'বলৈ এই তিনিওটাৰ যথোপযুক্ত আৰু সামঞ্জস্যপূৰ্ণ সংযোজনৰ প্ৰয়োজন। শিক্ষাৰ প্ৰকৃত অৰ্থনীতি ইয়াকে লৈ গঠিত। স্বাধীনতা লাভৰ পিছত হে আমি এনে শিক্ষা দিব পৰা যাব বুলি কোৱা মানে গৰুৰ আগত গাড়ীখন দিয়াৰ দৰে হ'ব। স্বাধীনতা আমি বৰ বেছি সোনকালে পোৱা সম্ভৱ হব যদি আমাৰ কোটী কোটী মানুহক আমি তেওঁলোকৰ নিজৰ নিজৰ কাম বুদ্ধি খটুৱাই কৰাৰ কাৰণে এনে শিক্ষা দিব পাৰোঁ আৰু তেওঁলোকক শিকাব পাৰোঁ যে তেওঁলোক সৰ্ব্বজনৰ সাৰ্ব্বজনীন কল্যানৰ কাৰণেহে জীয়াই আছে।

[ ছাত্ৰসকলৰ প্ৰতি মহাত্মা গান্ধীৰ ভাষণৰ পৰা ]

# ছাত্ৰ আৰু ধৰ্ম্মঘট

বেঙ্গালোৰৰ এজন কলেজৰ লৰাই লিখিছে :—“আপুনি হৰিজনত লিখা প্ৰবন্ধটো মই পঢ়িছো। আন্দামান দিৱস, আবাটয়ৰ দিবস আদি পালনৰ ধৰ্ম্মঘটত ছাত্ৰসকলে ভাগ লোৱাৰ বিষয়ে আপোনাৰ অভিমত জনাবলৈ মই আপোনাক অনুৰোধ কৰোঁ।”

ছাত্ৰসকলৰ চলাফিৰাত আৰু মতামত প্ৰকাশত কোনো বাধা থাকিব নেলাগে বুলি মই কৈ আহিছো যদিও, মই ছাত্ৰসকলৰ ৰাজনৈতিক ধৰ্ম্মঘট বা বিক্ষোভ প্ৰদৰ্শন সমৰ্থন কৰিব নোৱাৰোঁ। ছাত্ৰসকলৰ মতামত প্ৰকাশৰ সম্পূৰ্ণ স্বাধীনতা থকা উচিত। ছাত্ৰ-সকলে তেওঁলোকে ভাল পোৱামতে যি কোনো ৰাজনৈতিক দলৰ প্ৰতি প্ৰকাশ্যে সহানুভূতি দেখুৱাব পাৰে। কিন্তু মোৰ মতে পঢ়ি থকা অৱস্থাত, তেওঁলোকৰ ৰাজনৈতিক কামৰ স্বাধীনতা (Freedom of action) থকা উচিত নহয়। এজন ছাত্ৰই একে সময়তে সক্ৰিয় ৰাজনীতিক হোৱা আৰু পঢ়াশুনা কৰা সম্ভৱ নহয়। অৱশ্যে, ডাঙৰ জাতীয় আন্দোলনৰ সময়ত, সীমাৰেখা টনা টান। তেতিয়া ছাত্ৰ-সকলে ধৰ্ম্মঘট নকৰে—যদি ‘ধৰ্ম্মঘট’ শব্দটো এনে অৱস্থাত ব্যৱহাৰ কৰাও যায়—তেতিয়া ধৰ্ম্মঘট হয় সৰ্ব্বব্যাপী ; ই পঢ়াশুনা স্থগিত ৰখা বুজায়। জাতীয় আন্দোলনৰ সময়ত ধৰ্ম্মঘট কৰাটো গতিকে, বেলেগ কথা। ই এটা ব্যতিক্ৰম যেন দেখুৱাব পাৰে ; কিন্তু দৰাচলতে নহয়। বাঙ্গালোৰৰ ছাত্ৰজনে যি প্ৰশ্ন কৰিছে, কংগ্ৰেছ প্ৰদেশত দৰাচলতে তেনে প্ৰশ্ন উঠাই উচিত নহয়। কিয়নো, কংগ্ৰেছ প্ৰদেশত এনে কোনো বাধা দিয়া হ’ব নোৱাৰে, যি বাধা শ্ৰেষ্ঠমনৰ ছাত্ৰসকলে স্বইচ্ছাত গ্ৰহণ কৰিবলৈ টান পাব। ছাত্ৰসকলৰ বেছিভাগেই নিশ্চয় কংগ্ৰেছ ভাবাপন্ন। কংগ্ৰেছৰ মন্ত্ৰীসকলক বিমোৰত পেলোৱা কোনো

কাম তেওঁলোকে কৰিব নেপায়। যদি তেওঁলোকে ধৰ্ম্মঘট কৰে, তেন্তে মন্ত্ৰীসকলে কৰিবলৈ কোৱাৰ কাৰণেহে কৰিব। কিন্তু কংগ্ৰেছৰ মন্ত্ৰীসকলে মন্ত্ৰীপদ ইস্তফা দি ওলাই নাহিলে আৰু কংগ্ৰেছ মহাসভাই বৰ্ত্তমান গৱৰ্ণমেণ্টৰ বিৰুদ্ধে সক্ৰিয় অহিংস সংগ্ৰাম ঘোষণা নকৰিলে ছাত্ৰসকলক ধৰ্ম্মঘট কৰিবলৈ কোৱাৰ কথা মই ভাবিবই নোৱাৰোঁ। আনকি তেতিয়াও ছাত্ৰসকলক প্ৰথম অৱস্থাতে পঢ়াশুনা বন্ধ কৰি ধৰ্ম্মঘট কৰিবলৈ কোৱা মানে মোৰ মনৰে, দেৱলীয়া অৱস্থা ঘোষণা কৰা। যদি জনসাধাৰণ ধৰ্ম্মঘটৰ দৰে কোনো বিক্ষোভ প্ৰদৰ্শনত কংগ্ৰেছৰ লগত থাকে, তেতিয়াও ছাত্ৰসকলক বাদ দিব লাগে। কেতিয়াবা অতি বিশেষ প্ৰয়োজনত শেষ অৱস্থাত হে তেওঁলোকক (ছাত্ৰসকলক) আহ্বান কৰাৰ প্ৰশ্ন উঠিব পাৰে। যোৱা মহাযুদ্ধত, ছাত্ৰসকলক প্ৰথমতে আহ্বান কৰা হোৱা নাছিল। মোৰ মনত থকা মতে তেওঁলোকক সকলোৰে শেষত হে যুদ্ধত যোগ দিবলৈ মতা হৈছিল। আকৌ ইয়াকো মন কৰিবলগীয়া যে অকল কলেজৰ ছাত্ৰসকলক হে মতা হৈছিল।

[ বেঙ্গালোৰৰ কলেজৰ ছাত্ৰজনৰ প্ৰশ্নৰ উত্তৰত গান্ধীজীয়ে দিয়া অভিমত, হৰিজন, ২ অক্টোবৰ, ১৯৩৭ ]

# ছাত্র আৰু ৰাজনৈতিক ধৰ্ম্মঘট

পণ্ডিত জৱাহৰলাল নেহৰুৰ গ্ৰেপ্তাৰ আৰু কাৰাদণ্ডৰ কথা লৈ মাদ্ৰাজ আৰু উত্তৰ প্ৰদেশৰ ছাত্ৰসকলে বিক্ষোভ প্ৰদৰ্শন কৰাৰ আৰু সেই দুখন প্ৰদেশৰ মন্ত্ৰীসভাই প্ৰতিশোধ ল'ব বুলি ভয় দেখুৱাৰ বিষয়ে, মই কেবাখনো চিঠি পাইছো। ছাত্ৰসকলে পণ্ডিত নেহৰুৰ গ্ৰেপ্তাৰ আৰু কাৰাদণ্ডৰ প্ৰতিবাদ কল্পে ধৰ্ম্মঘট কৰিব খোজে আৰু সেই বিষয়ে মোৰ পৰৰামৰ্শ তেওঁলোকে বিচাৰিছে।

ভাৰতৰ এজন অতি সাধু আৰু সাহসী সন্তানক বন্দী কৰাত যেতিয়া সমগ্ৰ পৃথিবীয়ে লাজত মুখ ঢাকিব লগা হৈছে, তেতিয়া ভাৰতৰ ছাত্ৰসমাজত মূললৈকে লৰাব পৰা আলোড়ন হোৱাত আচৰিত কথা একো নাই। সেই কাৰণে ছাত্ৰসকলৰ প্ৰতি মোৰ সহানুভূতি আছে। কিন্তু মোৰ সেই মত অটুট আছে যে, জৱাহৰ লাল নেহৰুৰ কাৰাদণ্ডৰ প্ৰতি বিক্ষোভ প্ৰদৰ্শন কৰিবলৈ ছাত্ৰসকল শ্ৰেণীৰ পৰা ওলাই অহাতো ভুল হৈছিল। উক্ত দুখন প্ৰদেশৰ মন্ত্ৰী সভাই প্ৰতিশোধৰ ভয় দেখুৱাটোও ততোধিক ভুলৰ কথা হৈছে।

নেহৰুৰ কাৰাদণ্ডৰ প্ৰতিবাদ কল্পে ছাত্ৰসকলে যি ধৰ্ম্মঘট কৰাৰ কথা ভাবিছে, সেই ধৰ্ম্মঘট তেওঁলোকে নকৰা ভাল হ'ব। তেওঁলোকে যদি মোৰ পৰামৰ্শ বিচাৰে তেন্তে সকলো কথা জনা এজন প্ৰতিনিধি তেওঁলোকে মোৰ ওচৰলৈ পঠাব পাৰে। তেতিয়া মই সকলো কথা জানি লৈ যি হয় পৰামৰ্শ দিম। ছাত্ৰসকলে জানে যে, মই যি যুদ্ধ পৰিচালনা কৰিব খুজিছো, সেই যুদ্ধত তেওঁলোকৰ আন্তৰিক সহযোগীতাৰ ওপৰত মই কমান বেচি মূল্য দিও। কিন্তু ভালকৈ নভবা নিচিন্তাকৈ খৰধৰ কৈ লোৱা ব্যৱস্থাৰ দ্বাৰা ছাত্ৰসকলে জাতীয় আৰু তেওঁলোকৰ নিজৰ উদ্দেশ্য পণ্ডহে কৰিব।

ছাত্রসকলে জাতীয় সংগ্রামত কাৰ্য্যকৰী অংশ গ্ৰহণ কৰিব পাৰে, যদি তেওঁলোকে আন্তৰিকতাৰে সৈতে শৃঙ্খলা মানি লয়। কিন্তু যদি তেওঁলোকে যেতিয়া যি মন যায় সেইমতে কাম কৰে আৰু অকাৰ্য্যকৰী বিক্ষোভ প্ৰদৰ্শনত শক্তিৰ অপচয় কৰে, তেন্তে জাতীয় উদ্দেশ্য সাধনত তেওঁলোকে বাধাহে জন্মাব।

[ ৰাজনৈতিক ধৰ্ম্মঘট আৰু বিক্ষোভ প্ৰদৰ্শনত শক্তিৰ অপচয় নকৰিবলৈ গান্ধীজীয়ে যি পৰামৰ্শ দিছিল তাৰপৰা—প্ৰেছ বিবৃতি নবেম্বৰ, ২৬, ১৯৩০

# ছাত্ৰ আৰু ক্ষমতা ৰাজনীতি

মই দেশৰ স্বাধীনতাৰ যুদ্ধ চলাইছো। জনসাধাৰণৰ আন অংশৰ দৰে ছাত্ৰ কোনো দেশৰ মানুহ। কিন্তু ছাত্ৰসকলৰ ওপৰত মোৰ এটা স্বকীয়া দাবী আছে। মোৰ ওপৰতো তেওঁলোকৰ তেনে দাবী আছে। কিয়নো, মই নিজক এজন ছাত্ৰ বুলি ভাবো। ভাৰতলৈ অহাৰ পৰা মই তেওঁলোকৰ ঘনিষ্ঠ সম্পৰ্কত আছো আৰু তেওঁ-লোকৰ বহুতেই সত্যাগ্ৰহৰ উদ্দেশ্যে বৰঙনি যোগাইছে। সেই কাৰণে 'কোনো ছাত্ৰই মোক কোনো কাৰণে যদিওবা অগ্ৰাহ্য কৰে, (অৱশ্যে সি স্বাভাবিকতেই ক্ষণস্থায়ী হ'বলৈ বাধ্য) তথাপি মোৰ কথা নেমানিব বুলি ভয় কৰিয়েই মোৰ পৰামৰ্শ আগবঢ়োৱাৰ পৰা মই বিৰত থাকিব নোৱাৰো।

ছাত্ৰসকলে দলীয় ৰাজনীতিত থকাৰ কথা নিশ্চয় কেতিয়াও ভাবিব নোৱাৰে। তেওঁলোকে যেনেকৈ সকলো ধৰণৰ কিতাপ পঢ়ে, তেনেকৈ সকলো দলৰ কথাও শুনিব পাৰে। কিন্তু তেওঁলোকৰ কৰ্ত্তব্য হৈছে সকলোৰে সাৰ সত্য গ্ৰহণ কৰা আৰু বাকীখিনি বৰ্জ্জন কৰা।

ক্ষমতা ৰাজনীতিয়ে, ছাত্ৰৰ পৃথিবীত ঠাই পোৱা উচিত নহয়। যি মুহূৰ্ত্ততে ছাত্ৰই ক্ষমতা ৰাজনীতিত হাত দিয়ে, সেই মুহূৰ্ত্ততে ছাত্ৰ ছাত্ৰ হবলৈ এৰে আৰু সেই হেতুকে তেনে ছাত্ৰই সঙ্কটৰ সময়ত দেশক সেৱা কৰাৰ ক্ষমতাও হেৰুৱায়।

[ নিখিল ভাৰত ছাত্ৰ ফেডাৰেশনৰ জেনেৰেল চেক্ৰেটৰীৰ চিঠিৰ উত্তৰত মহাত্মাজীয়ে দিয়া প্ৰেছ বিবৃতি ২৬, জানুৱাৰী, ১৯৪১। ]

# কাম শাস্ত্ৰৰ শিক্ষা

কামভাবৰ জটিলতা আজিকালি গুজৰাট বা ভাৰতৰ আনঠাইতো ক্ৰমে বাঢ়িছে। ইয়াতোকৈ ডাঙৰ কথা হৈছে যে, যি সকল ইয়াৰ ফান্দত পৰে, তেওঁলোকে তাত কিবা এটা বিশেষত্ব আছে বুলি ভবা হৈছে। যেতিয়া গোলামে তেওঁক বান্ধি থোৱা লোহাৰ শিকলিডালকে গৰ্ব্বৰ বস্তু বুলি ভবা হয় আৰু তাক মূল্যবান অলঙ্কাৰৰ দৰে আকোঁৱালি লয়, তেতিয়া গোলাম বাখোঁতা মালিকৰ সম্পূৰ্ণ জয়। কিন্তু কামদেৱৰ এই কৃতকাৰ্য্যতা আজি চকুত লগা হলেও, মোৰ বিশ্বাস যে বিষ ঢালি দিয়া বিষাক্ত পোকৰ বিষ ঢালি শেষ কৰাৰ পিছত যেনে হয়, সেই দৰেই কামদেৱৰো কৃতকাৰ্য্যতা ক্ষণস্থায়ী আৰু আনকি শেষত বিষ ঢালি দিয়াৰ পিছত বিষাক্ত পোকৰৰ যেনেকৈ একো শক্তি নথকা হয়, তেনেকুৱাই হব। কিন্তু ইয়াৰ অৰ্থ ইও নহয় যে ইতিমধ্যে আমি হাত সাবটি বহি থাকিব লাগিব। কামদেৱৰ শেষ পৰাজয় সম্পৰ্কে সুনিশ্চিত হৈ আমি নিৰাপদ হৈছো বুলি মিছা ভাৱ লব নেলাগে। কাম ভাব বিজয়েই মুনিহ তিৰোতাৰ জীৱনৰ সৰ্ব্বশ্ৰেষ্ঠ উদ্যম। কামভাব জয় নকৰাকৈ মানুহে আত্মনিয়ন্ত্ৰণ বা নিজক নিজে শাসন কৰিবলৈ আশা কৰিব নোৱাৰে। আকৌ আত্মনিয়ন্ত্ৰণ বা আত্মশাসন নোহোৱাকৈ, স্বৰাজ বা ৰামৰাজ সম্ভৱ নহয়। ৰঙ্ লগোৱা পুতলা আম এটা বাহিৰৰ পৰা দেখিবলৈ ভাল হলেও যেনেকৈ ভিতৰি কোপোলা আৰু সাৰশূন্য, তেনেকৈ নিজক নিজে শাসন নকৰি, আন সকলোৰে ওপৰত শাসন চলাবলৈ যোৱাতো প্ৰৱঞ্চনামূলক আৰু হতাশাব্যঞ্জক বুলি প্ৰমাণিত হ'ব। কাম প্ৰবৃত্তি জয় নকৰা কোনো কৰ্ম্মীয়ে হৰিজন, সাম্প্ৰদায়িক ঐক্য,

খাদী, গো-পালন বা গাওঁ সংগঠনৰ কামত প্ৰকৃত ভাবে ৰবঙনি যোগাব নোৱাৰে। এনে বৃহৎ কামবিলাক কেৱল মাথোন বুদ্ধিৰ শক্তিৰে সমাধা কৰিব নোৱাৰি। এনে কামৰ কাৰণে আত্মশক্তি বা আধ্যাত্মিক প্ৰচেষ্টাৰ প্ৰয়োজন। আত্মশক্তি লাভ হয় ঈশ্বৰৰ অনুগ্ৰহত। যি মানুহ কাম প্ৰবৃত্তিৰ দাস তেওঁ কেতিয়াও ঈশ্বৰৰ অনুগ্ৰহ লাভ কৰিব নোৱাৰে।

প্ৰশ্ন উঠে আমাৰ শিক্ষা ব্যৱস্থাত কামশাস্ত্ৰৰ ( Sexual science ) শিক্ষাৰ কিবা ঠাই আছেনে বা থকা উচিত নে ? কাম শাস্ত্ৰ বা কাম বিজ্ঞান দুই প্ৰকাৰৰ। এবিধ হৈছে কামভাব জয় বা নিয়ন্ত্ৰণ কৰিবলৈ, আন বিধ হৈছে কামভাবৰ ইন্ধন যোগাবলৈ বা বঢ়াবলৈ। প্ৰথম বিধৰ শিক্ষা লৰা ছোৱালীৰ শিক্ষা ব্যৱস্থাৰ অঙ্গ হোৱা প্ৰয়োজন। পিছৰ বিধ অনিষ্টকৰ আৰু বিপদজনক আৰু তাক বৰ্জ্জন কৰিব লগীয়া। সকলো ডাঙৰ ধৰ্ম্মই কামভাব মানুহৰ প্ৰধান শত্ৰুবুলি কৈছে। কামভাৱৰ পিছত হে খং আৰু দ্বেষক ঠাই দিয়া হৈছে। গীতাৰ মতে ৰাগদ্বেষ কামভাৱৰ পৰাই জন্মে। গীতাই, অৱশ্যে, কাম শব্দতো কামনাৰ বহল অৰ্থত ব্যৱহাৰ কৰিছে। কিন্তু ইয়াত ব্যৱহাৰ কৰা ঠেক অৰ্থতো ই খাটে। এটা প্ৰশ্নৰ এতিয়াও উত্তৰ দিয়া হোৱা নাই। প্ৰশ্নটো হৈছে ছাত্ৰ ছাত্ৰীক জননেন্দ্ৰিয়ৰ ব্যৱহাৰ সম্পৰ্কে শিক্ষা দিয়া উচিত হয়নে নহয়। মোৰ মনৰে কিছুদূৰ এনে শিক্ষা দিয়া প্ৰয়োজন। বৰ্ত্তমান তেওঁলোকক যি যেনেকৈ পাৰে, এনে বিষয়ৰ জ্ঞান লবলৈ এৰি দিয়া হয়। তাৰ ফলত তেওঁলোক বিপথে যায় আৰু অনিষ্টকৰ অভ্যাস শিকে। চকুমুদি থাকি আমি কাম প্ৰবৃত্তি জয় বা নিয়ন্ত্ৰণ কৰিব নোৱাৰো। সেইকাৰণে ডেকা ল'ৰা ছোৱালীক জননেন্দ্ৰিয়ৰ তাৎপৰ্য্য আৰু উচিত ব্যৱহাৰ শিক্ষা দিয়াৰ মই পক্ষপাতী। যি সকলৰ শিক্ষাৰ কাৰণে মই দায়ী, সেই ডেকা লৰাছোৱালীক মোৰ নিজৰ ধৰণে এনে শিক্ষা দিবলৈ মই চেষ্টা কৰিছো।

কিন্তু মই যি কামশাস্ত্রৰ শিক্ষাৰ কথা কৈছো তাৰ উদ্দেশ্য হৈছে কাম প্ৰবৃত্তি জয় বা নিয়ন্ত্ৰণ কৰা। এনে শিক্ষাই লৰাছোৱালীক স্বাভাবিকতে বুজাব পাৰিব লাগে—মানুহ আৰু পশুৰ ভিতৰত মূল পাৰ্থক্য কি? তেওঁলোকক ইয়াকো বুজাব পাৰিব লাগে মস্তিষ্ক আৰু অন্তঃকৰণ এই দুয়োটো ক্ষমতাৰ অধিকাৰী হোৱাতো মানুহৰ এটা স্বকীয়া সুবিধা আৰু গৰ্ব্বৰ কথা। তেওঁলোকক ইয়াকো শিকাব পাৰিব লাগে যে মনুষ্য শব্দটোৰ ধাতুগত অৰ্থই বুজোৱা মতেও, মানুহ অকল অনুভূতিশীলেই নহয়, চিন্তাশীল জন্তুও। সেইকাৰণে অন্ধ সহজ বৃত্তিৰ ওচৰত বুদ্ধি বিচাৰৰ সাৰ্ব্বভৌমত্ব অস্বীকাৰ কৰা মানে মানুহৰ মনুষ্যত্বকে অস্বীকাৰ কৰা। মানুহৰ ভিতৰত বুদ্ধিবিচাৰে কাম কৰে আৰু সি অনুভূতি পৰিচালিত কৰে। পশুৰ ভিতৰত আত্মা সদায়েই শুই থাকে। অন্তৰখন জগাবলৈ শুই থকা আত্মাক জগাব লাগিব, বুদ্ধি বিচাৰো জগাব লাগিব আৰু ভাল বেয়াৰ ভিতৰত বাচ বিচাৰৰ ক্ষমতা জন্মাব লাগিব।

কামভাৱৰ এনে শুদ্ধ বিজ্ঞানৰ কথা কোনে শিকোৱা উচিত? পৰিষ্কাৰ হৈ ওলায় আছে যে যি নিজৰ কামভাৱ জয় কৰিব পাৰিছে তেওঁহে এই শিক্ষা দিব পাৰিব। গণিত, জ্যোতিষ বা সেইধৰণৰ আন বিজ্ঞান শিকাবলৈ আমি তেনে বিষয়ৰ শিক্ষা পোৱা পণ্ডিত লোকক শিক্ষক হিচাবে লওঁ। সেইদৰে কামবিজ্ঞান শিক্ষা দিবলৈ, কাম বিজ্ঞানৰ বা কামভাৱ নিয়ন্ত্ৰণ বিজ্ঞানৰ পণ্ডিত আৰু আত্মসংযমী শিক্ষক আমাক লাগিব। অভিজ্ঞতা আৰু আন্তৰিকতা নেথাকিলে, বৰ ওখ খাপৰ কথা বা উক্তিও নিৰৰ্থক আৰু প্ৰাণহীন হৈ পৰে। তেনে কথা বা উক্তিয়ে মানুহৰ অন্তৰত প্ৰৱেশ নকৰে আৰু স্পন্দন নোতোলে। আনপক্ষে আত্মউপলব্ধি আৰু প্ৰকৃত অভিজ্ঞতা প্ৰসূত কথা বা উক্তি সদায়েই ফলদায়ক। আজিকালি আমাৰ চাৰিও-ফালৰ অৱস্থা,—আমাৰ পঢ়াশুনা, আমাৰ চিন্তাধাৰা, আমাৰ সামাজিক আচৰণ—সাধাৰণ ভাবে কামভাৱ জগোৱাধৰণৰ। ইয়াৰ

নাগপাশৰ পৰা উদ্ধাৰ পোৱা সহজ নহয়। কিন্তু আমাৰ সৰ্ব্বশ্ৰেষ্ঠ উত্তমৰ ই এটা যোগ্য কাম। বাস্তৱ অভিজ্ঞতা থকা এমুঠি শিক্ষকেও যদি আত্মনিয়ন্ত্ৰণ বা আত্মসংযম মানুহৰ জীৱনৰ সৰ্ব্বোচ্চ কৰ্ত্তব্য হিচাবে গ্ৰহণ কৰে আৰু এনে উদ্দেশ্য সাধনৰ কাৰণে প্ৰকৃত বিশ্বাসৰে অনুপ্ৰাণিত হয়, তেন্তে তেওঁলোকৰ পৰিশ্ৰমে গুজৰাটত লৰা-ছোৱালীক বাটৰ পোহৰ দেখুৱাব, অসাৱধানসকলক কাম প্ৰবৃত্তিৰ বোকাত পৰাৰ পৰা ৰক্ষা কৰিব আৰু যি সকল বোকাত ডুব গৈছে তেওঁলোকক উদ্ধাৰ কৰিব।

# বৃহত্তৰ বাণী

মোৰ বাণী অতি সহজ। ই মোৰ মনত আজি নতুনকৈ উদয় হোৱা এটা সত্য নহয়। যোৱা পঞ্চাচ বছৰ, মোৰ শক্তি অনুসৰি, এই সত্য অনুসৰি জীৱন যাপন কৰিবলৈ মই চেষ্টা কৰিছো। যিমানেই মই এই বিষয়ে কৃতকাৰ্য্যতা লাভ কৰিছো তিমানেই মোৰ মনত আনন্দ বাঢ়িছে। ভাৰতত প্ৰথম ময়েহে যে এই বাণী প্ৰচাৰ কৰিছো, সিও নহয়। কিন্তু যোৱা কিছুমান বছৰত যি ঘটিছে, তাৰ পৰা মানুহৰ মনত ই এটা নতুন কথা যেন লাগিছে। মোৰ বাণী হৈয়ে এয়ে: সবৰ্ণ হিন্দু সকলে অতদিন নিজক সেই সকলতকৈ উচ্চ খাপৰ বুলি বিবেচনা কৰি আহিছে, যিসকলক তেওঁলোকে ছুব নেপায়, ওচৰলৈ আহিবলৈ দিব নেলাগে বা অবৰ্ণ হিন্দু বুলি কয়। এই সবৰ্ণ হিন্দু সকলে আজি উপলব্ধি কৰা উচিত যে, নিজক উচ্চবৰ্ণৰ বুলি ভবা এই ধাৰণাটো শাস্ত্ৰসম্মত নহয়। যদি মই পালোঁহেতেন যে, বেদ, উপনিষদ, ভাগৱত, গীতা, স্মৃতি আদি শাস্ত্ৰ বিলাকত অস্পৃশ্যতাৰ সমৰ্থন আছে, তেন্তে পৃথিবীৰ কোনো শক্তিয়েই মোক হিন্দু ধৰ্ম্মত ৰাখিব নোৱাৰিলেহেতেন। গেলা ফল এটাৰ দৰে মই ইয়াক দলিয়াই পেলালোহেতেন। এই কথাটো ভাবিলেও মোৰ মন বুদ্ধি বিদ্ৰোহী হৈ উঠে আৰু অন্তৰ ব্যথিত হয় যে যি ঈশ্বৰে সৱৰ্ণ আৰু অবৰ্ণ দুয়ো শ্ৰেণীৰ হিন্দুকে সৃষ্টি কৰিছে, তেৱেঁই তেওঁৰ সন্তান সকলৰ মাজত এই পাপ বিভেদ জাপি দিছে। এই ভাৱটোৱেই সকলো বুদ্ধি সম্পন্ন লোকৰ কাৰণে বিতৃষ্ণাৰ কাৰণ হব লাগে যে যি সকল ঋষিয়ে বেদ উপনিষদ ৰচনা কৰিলে আৰু তেওঁলোকে উচ্চাৰণ কৰা প্ৰতিটো মন্ত্ৰত ঈশ্বৰৰ একত্বৰ শিক্ষা দিলে, তেওঁলোকেই আকৌ

আজি হিন্দুধৰ্ম্মত প্ৰচলিত অস্পৃশ্যতাৰ দৰে এটা ধাৰণা কেতিয়াবা কল্পনা কৰিব পাৰে। কিন্তু সংস্কাৰ আৰু কুসংস্কাৰ সোনকালে নেযায় আৰু নমৰে। সংস্কাৰ আৰু কুসংস্কাৰৰ ডাৱৰে বুদ্ধি ঢাকি পেলায় আৰু অন্তৰখন কঠোৰ কৰে। সেই কাৰণে আপোনাসকলে দেখিবলৈ পায় যে, পণ্ডিত সকলেও অস্পৃশ্যতাৰ পক্ষে ওকালতি কৰে। কিন্তু আপোনাসকলে,—ছাত্ৰসকলে জনা উচিত যে, এই বাণীৰ অন্তৰালত বৰ ডাঙৰ অৰ্থ লুকাই আছে। অস্পৃশ্যতাৰূপী দৈত্যাই আজি ভাৰতীয় সমাজৰ প্ৰতিটো বিভাগতে আক্ৰমণ কৰিছে। এই বাণীৰ অন্তৰালত থকা ধাৰণাটো হৈছে যে অকল হিন্দু আৰু হিন্দুৰ ভিতৰৰ পৰাই যে অস্পৃশ্যতা যাব লাগে এনে নহয়, হিন্দু, খৃষ্টান, মুছলমান, পাৰ্শী আৰু বাকী সকলোৰে ভিতৰতো অস্পৃশ্যতা থাকিব নেলাগে। মোৰ বিশ্বাস যে কোটী কোটী সবৰ্ণ হিন্দুৰ মাজত যদি অন্তৰৰ এই পৰিবৰ্ত্তন আনিব পাৰি আৰু তেওঁলোকৰ অন্তৰ পবিত্ৰ কৰিব পাৰি—নিশ্চয় তেওঁলোক পবিত্ৰ হবই—আমি ভাৰতত এটা জাতিৰ মানুহৰ দৰে পৰস্পৰক বিশ্বাস কৰি আৰু ইজন সিজনৰ ভিতৰত সন্দেহ বা অবিশ্বাসৰ ভাব নৰখাকৈ বসবাস কৰিব পাৰিম। বিভিন্ন ধৰণৰ অস্পৃশ্যতাই হে আমাক পৰস্পৰৰ পৰা আঁতৰাই ৰাখিছে আৰু জীয়াই থকাটোকে কঠিন কৰি তুলিছে। আকৌ ই জীৱনতে শান্তি বা প্ৰীতিও নোহোৱা কৰিছে।

এতিয়া আপোনাসকলে বুজিব পাৰিব মই কিয় যি ধৰ্ম্মৰে নহও, সকলো ভাৰতীয় মানুহৰ সহানুভূতি, আৰু দৰাচলতে সমগ্ৰ পৃথিবীৰ সহায় বিচাৰিবলৈও সঙ্কোচ কৰা নাই। তেওঁলোকৰ পৰা মই টকাকড়ি বিচৰা নাই। মই বিচাৰিছো তেওঁলোকৰ সহানুভূতি, প্ৰাৰ্থনা আৰু আন্তৰিক ভাৱনাৰে সৈতে প্ৰশ্নটোৰ অধ্যয়ন। তেওঁলোকৰ আন্তৰিক সহানুভূতি মোক লাগে। আৰ্থিক সাহায্যতকৈ ইয়াৰ মূল্য বেছি। টকাৰ কাৰণে তেওঁলোকৰ ওচৰত মই হাত পতা নাই। কিয়নো, হৰিজন সকলৰ ওচৰত তেওঁলোক

ধকুৱা নহয়। সবৰ্ণ হিন্দু সকলেহে এই ধাৰ পৰিশোধ কৰিব লগীয়া।

সামৰণিত মই কওঁ যে, এনে প্ৰাৰ্থনাপূৰ্ণ সহায় আৰু সহানুভূতি অনা-হিন্দু সকলেও দিব পাৰে, যদি তেওঁলোকে বিশ্বাস কৰে যে ই অন্তৰ শুদ্ধিৰ আন্দোলন আৰু গভীৰ ভাৱে ধৰ্ম্মমূলক। মনত ৰাখিব যে অন্তৰৰ পৰা পোনে পোনে ওলোৱা এই বাণী মই এৰাধৰা হিচাপে দিয়া নাই। আপোনাসকলে উপযাচি দিয়া ধনৰ মোনা মই আনন্দেৰে গ্ৰহণ কৰিছো। কিন্তু মই ইয়াক গ্ৰহণ কৰিছো আপোনা সকলৰ আৰু মোৰ মাজত এটা বান্ধোন হিচাপে আৰু আপোনাসকল আপোনাসকলৰ শক্তি অনুসৰি মোক পূৰামাত্ৰাই সহায় কৰিবলৈ যে দৃঢ় প্ৰতিজ্ঞ, তাৰ চিন স্বৰূপে। যিহেতু মই এজন ভাল হিচাব ৰাখোতা, আপোনাসকলে এই আন্দোলনত কি ভাগ লৈছে, সময়ে সময়ে তাৰ হিচাব মই আপোনাসকলৰ পৰা পাবলৈ বিচাৰোঁ।

[ মালাবাৰৰ অল'ওৱেই ইউনিয়ন খৃষ্টান কলেজৰ ছাত্ৰসকলক সম্বোধন কৰি গান্ধীজীয়ে দিয়া ভাষণৰ পৰা। ]

# ছাত্ৰৰ লাজৰ কথা

দুমাহ মান হ'ল পাঞ্জাবৰ কলেজৰ ছোৱালী এগৰাকীয়ে লিখা দুখ জনক চিঠি এখন মোৰ ফাইলত পৰি আছে। সময়ৰ অভাৱত ছোৱালী গৰাকীৰ প্ৰশ্নৰ উত্তৰ দিব পৰা নাই বুলি কেৱাটো এটা অজুহাতহে। উত্তৰ কি হ'ল হেতেন সেইটো বেলেগ কথা; কিন্তু কামটো মই পেলাই থৈছিলোঁ। ইতিমধ্যে, এগৰাকী অভিজ্ঞ ভগীৰ আন এখন চিঠি মই পাইছো। কলেজৰ ছোৱালীৰ প্ৰকৃত অসুবিধাৰ প্ৰশ্নটো সম্পৰ্কে আলোচনা কৰা কৰ্ত্তব্যটো এতিয়া আৰু এৰাই যাব নোৱাৰা হলোঁ। তেওঁৰ চিঠিখন শুদ্ধ হিন্দীত আছিল। চিঠিখনৰ পৰা তেওঁৰ গভীৰ অনুভূতিৰ হুবহু ছবি এখন মই পাইছো। সেই চিঠিখন যিমানপাৰোঁ শুদ্ধ ভাবে মই ইংৰাজীলৈ অনুবাদ কৰিছো:—

অনিচ্ছাস্বত্বেও ছোৱালী বা বয়সীয়া তিৰোতাই অকলে বাহিৰলৈ ওলাই যাব লগা হয় এখন নগৰৰে এঠাইৰ পৰা আনঠাইলৈ বা এখনৰ পৰা আনখন নগৰলৈ। এনেকৈ অকলে যোৱা দেখিলে, তেওঁলোকক অসৎ অভিপ্ৰায়ৰ মানুহে আমনি কৰে। এনে অসৎলোক সকলে ওচৰেদি যাওঁতে, অনুচিত বা আনকি অশ্লীল কথাও কৈ যায়। ভয়ৰ দ্বাৰা সঙ্কুচিত নহলে, তেওঁলোকে আৰু বেচি দূৰলৈও যায়। মই জানিব খোজো অহিংসাই এনে অৱস্থাত কেনে ভাবে কাম কৰিব পাৰে। বল প্ৰয়োগৰ উপায় অৱশ্যে আছেই। ছোৱালী বা তিৰোতা গৰাকীৰ যথেষ্ট সাহ থাকিলে হাতত যি আছে তাৰেই দুষ্কৃতিকাৰীক এশিকনি দিব পাৰে। তেওঁলোকে অন্ততঃ চাৰিও-ফালৰ মানুহৰ মনযোগ আকৰ্ষণ কৰিবলৈ চিঞঁৰ বাখৰ লগাব পাৰে আৰু তাৰফলত দুষ্কৃতিকাৰীৰ পিঠিত শৌকা উঠিব পাৰে। কিন্তু

মই জানো যে, এনে চিকিৎসাই কেৱল কষ্টৰ দিন পিছুৱাব পাৰে; স্থায়ীভাবে আৰোগ্য কৰিব নোৱাৰে। অসৎ ব্যৱহাৰ কৰা মানুহাখনিক জনা থাকিলে, মোৰ বিশ্বাস আছে যে, তেওঁলোকেও যুক্তি, বিনয় আৰু মৰমৰ কথা শুনিব। কিন্তু লগত পুৰুষ মানুহ নোহোৱাকৈ অকলে যোৱা তিৰোতা বা ছোৱালী এগৰাকী দেখি চাইকেলেৰে যোৱা বাটৰুৱাই যেতিয়া বেয়া কথা কৈ যায়, তেতিয়া কি কৰা যায়? তেনে লোকৰ লগত যুক্তি বিচাৰলৈ আহিবলৈ সুযোগ নেথাকে; আকৌ তেওঁক লগ পোৱাৰো সম্ভাৱনা নেথাকে। তেওঁক চিনি পোৱা নেযাবও পাৰে। তেওঁৰ ঠিকনাও জনা নেথাকে। এনে ক্ষেত্ৰত দুৰ্ভগীয়া ছোৱালী বা তিৰোতা গৰাকীয়ে কি কৰিব?

উদাহৰণ স্বৰূপে মই যোৱা ৰাতিৰ (১৯৩৮ চনৰ ২৬ অক্টোবৰ তাৰিখৰ) মোৰ নিজৰ অভিজ্ঞতাৰ কথা এটা ক'ব খোজো। গধূলি ৭-৩০টা মান বজাত বিশেষ কাম এটাত মই মোৰ লগৰীয়া আন এজনী ছোৱালীৰে সৈতে ওলাই গৈছিলো। লগত যাবলৈ মতা মানুহ সেই সময়ত পোৱা নগৈছিল। কামটোও পিছলৈ থ'ব নোৱাৰি। বাটত আমি এজন শিখ লৰা চাইকেলেৰে যোৱা পালোঁ। লৰাটোৱে আমাক উদ্দেশ্য কৰি কিবাকিবি কৈ যাবলৈ ধৰিলে। আমি অস্বস্তি অনুভৱ কৰিলো। বাটত মানুহ দুমুহ বৰ বেচি নাছিল। আমি কেখোজমান আগবাঢ়োতেই চাইকেল আৰোহী লৰাজন উভটিল। আমি সেইজন লৰাই বুলি তৎক্ষণাৎ চিনি পালোঁ। তেওঁ চাইকেলখন ঘুৰাই আমাৰ ফালে আহিল। ঈশ্বৰেহে জানে তেওঁ নামি পৰিব খুজিছিল নে কেৱল ওচৰেদি পাৰ হৈ যাব বিচাৰিছিল। আমি বিপদত পৰিলো যেন অনুভৱ কৰিলো। আমাৰ শাৰীৰিক শক্তিৰ ওপৰত আমাৰ বিশ্বাস নাছিল। সাধাৰণ ছোৱালীতকৈও মই দুৰ্ব্বল আছিলো। কিন্তু মোৰ হাতত এখন ডাঙৰ কিতাপ আছিল। কিতাপখন মই চাইকেলখনলৈ মাৰি পঠালো আৰু গৰ্জ্জি উঠিলো —"এনেখন আকৌ যদি কৰিবি!" লৰাটোৱে তেতিয়া চাইকেলৰ

হেগুেল কোনোমতে চন্তালি ৰাখিলে আৰু বেগৰে আঁতৰি গ'ল। মই যদি কিতাপখন নদলিয়ালোহেতেন, তেনেহলে লৰাটোৱে হয়তো, আমাক শেষলৈকে জোকাই গ'লহেতেন। এইটো এটা সাধাৰণ আৰু সামান্য ঘটনা। কিন্তু আপুনি যদি লাহোৰলৈ আহিল হেতেন আৰু চুৰ্ভগীয়া ছোৱালীবিলাকৰ অসুবিধাবিলাকৰ কথা শুনিলে হেতেন! প্ৰথমতে আপুনি মোক কওক, ওপৰত উল্লেখ কৰা অৱস্থাত ছোৱালীয়ে কেনেকৈ অহিংসাৰ নীতি প্ৰয়োগ কৰি নিজকে ৰক্ষা কৰিব পাৰে। দ্বিতীয়তে, তিৰোতাক অপমান কৰাৰ দৰে ঘৃণনীয় অভ্যাসৰ পৰা যুৱক সকলক মুক্ত কৰাৰ উপায় কি? আপুনি নিশ্চয় নকব যে, সকৰে পৰা তিৰোতাক সন্মান কৰিবলৈ শিকা নতুন এটা পুৰুষ নোলোৱালৈকে আমি অপেক্ষা কৰিব লাগিব। এই সামাজিক বেমাৰৰ প্ৰতিকাৰ কৰিবলৈ গভৰ্ণমেণ্ট হয় অসমৰ্থ নহয় অনিচ্ছুক। অসৎ আচৰণ কৰা ডেকাক কোনো ছোৱালীয়ে এশিকনি দিয়া শুনিলে তেওঁলোকক কোনো কোনোৱে কয়ঃ "বেচ কৰিছে, ছোৱালীবিলাকে এনেকুৱাই কৰিব লাগে"। কেতিয়াবা কোনো নেতাই ছাত্ৰৰ এনে অসৎ আচৰণৰ বিৰুদ্ধে ওজস্বিনী ভাষাত বক্তৃতা দিয়া শুনা যায়। কিন্তু এই গুৰুতৰ সমস্যাটো সমাধান কৰিবলৈ একেবাহে কোনেও মন নিদিয়ে। আপুনি শুনি দুখ পাব যে দেৱালী আদি উৎসৱৰ সময়ত খবৰা কাগজে তিৰোতা মানুহক বাহিৰলৈ নোলাবলৈ সাৱধান কৰি দিয়ে। পৃথিবীৰ এই ভাগত আমাৰ অৱস্থা ক'ত গৈ পৰিছে, ইয়াৰ পৰাই আপুনি অনুমান কৰিব পাৰিব। এনে সাৱধান বাণী লিখোঁতা বা পঢ়োঁতাৰ ইয়াক প্ৰকাশ কৰোঁতে কোনো সঙ্কোচ বা লাজো নাই!"

আন এগৰাকী পাঞ্জাবী ছোৱালীক মই এই চিঠিখন পঢ়িবলৈ দিছিলোঁ। তেৱো তেওঁৰ কলেজৰ দিনৰ অভিজ্ঞতাৰ পৰা এই বৰ্ণনা সমৰ্থন কৰে আৰু বেছিভাগ ছোৱালীৰে এয়ে সাধাৰণ অভিজ্ঞতা বুলি কয়।

অভিজ্ঞ তিৰোতা গৰাকীৰ পৰা অহা অন্যখন চিঠিত লক্ষ্ণৌৰ কিছুমান ছোৱালীৰ অভিজ্ঞতাৰ কথা আছে। তেওঁ লিখিছে যে, চিনেমা ঘৰত পিছৰ শাৰীত বহা ল'ৰা বিলাকে আগৰ শাৰীত বহা ছোৱালীৰ প্ৰতি অশ্লীল ভাষা প্ৰয়োগ কৰে আৰু আনকি অশ্লীল ইঙ্গিতো কৰে।

যদি ব্যক্তিগত ভাবে এজনী দুজনী ছোৱালীৰ প্ৰতিকাৰৰ কথাহে হ'লহেতেন, তেনেহলে নিজক শাৰীৰিক হিচাবে দুৰ্ব্বল বুলি বৰ্ণনা কৰা ছোৱালীজনীয়ে যি উপায় অৱলম্বন কৰিছিল,—চাইকেল আৰোহীৰ প্ৰতি কিতাপ দলিয়াই দিয়া—সেয়ে ঠিক। ই এটা চিৰন্তন উপায়। মই আগতেও লিখিছো যে কোনো লোকে হিংসাৰ নীতি ল'ব খুজিলে, বিৰোধী পক্ষ প্ৰৱল হলেও অস্ত্ৰ প্ৰয়োগ কৰাত, শাৰীৰিক দুৰ্ব্বলতাই বাধা নিদিয়ে। আমি জানো যে, বৰ্ত্তমান যুগত শাৰীৰিক বল প্ৰয়োগৰ ইমান বিলাক উপায় আবিষ্কাৰ হৈছে যে, এজনী বুদ্ধি থকা সৰু ছোৱালীয়েও মৃত্যু ঘটাব আৰু ধ্বংস সাধন কৰিব পাৰে। মোৰ পত্ৰ লিখিকাই যি অৱস্থাৰ কথা বৰ্ণনা কৰিছে, তেনে অৱস্থাত আত্মৰক্ষা কৰিবলৈ ছোৱালীক প্ৰশিক্ষণ দিয়াৰ দস্তুৰ এতিয়া চলিছে। কিন্তু ছোৱালীজনীৰ এইখিনি বোধ আছে যে যদিওবা তেওঁৰ হাতত থকা কিতাপখনৰে কাৰ্য্য সাধিব পাৰিলে, তথাপি বাঢ়ি অহা সামাজিক ব্যাধিটোৰ ই কোনো চিকিৎসা বা প্ৰতিকাৰ নহয়। অভদ্ৰ মন্তব্য সম্পৰ্কে তোলপাৰ লগাব নেলাগে, কিন্তু উদাসীন হোৱাৰ কথাও নহয়। এনে ঘটনা বিলাক কাগজত প্ৰকাশ কৰিব লাগে। জনা থাকিলে অপৰাধীৰ নামো প্ৰকাশ কৰা উচিত। দুষ্টামি প্ৰকাশ কৰা সম্পৰ্কে কোনো মিছা বিনয় বা ভদ্ৰতা থাকিব নেলাগে। ৰাজহুৱা অসৎ আচৰণ দমন কৰিবলৈ জনমততকৈ শ্ৰেয় উপায় নাই। পত্ৰলিখিকাই কবৰ দৰে, এনে বিলাক কথাৰ প্ৰতি জনসাধাৰণৰ যে ঔদাসীন্য বৰ বেচি তাত সন্দেহ নাই। কিন্তু অকল ৰাইজকে দোষ দিব নোৱাৰি। তেওঁলোকে অভদ্ৰ

আচৰণৰ কথাবিলাক জানিবলৈও পাব লাগিব। আনকি চুৰিৰ ঘটনাও প্ৰকাশ নকৰিলে আৰু সেই লৈ পিছতো মন দি নেথাকিলে, একো কৰিব নোৱাৰি। সেইদৰে অভদ্ৰ আচৰণৰ ঘটনাবিলাক ওলাবলৈ নিদিয়াকৈ ৰাখিলে সেই বিষয়ে একো কৰা সম্ভৱ নহয়। সাধাৰণতে পাপ আৰু দুষ্টামিক জোপ লবলৈ অন্ধকাৰ লাগে। পোহৰ পৰিলে তেওঁলোক আঁতৰি যায়।

কিন্তু মোৰ এটা ভয় আছে যে, আধুনিক ছোৱালীয়ে আধা ডজন ৰোমিওৰ কাৰণে জুলিয়েটৰ ভাও দিব খোজে। আধুনিক ছোৱালীয়ে দুঃসাহসিকতা ভাল পায়। মোৰ পত্ৰলিখিকা সাধাৰণ ধৰণৰ ছোৱালীৰ পৰা বেলেগ যেন লাগে। আধুনিক ছোৱালীয়ে বতাহ, বৰষুণ আৰু ৰদৰ পৰা ৰক্ষা পাবলৈ পোছাক নিপিন্ধে; পিন্ধে মনোযোগ আকৰ্ষণ কৰিবলৈ। ৰং বৰণ সানি আৰু অসাধাৰণ চেহেৰা কৰি, তেওঁলোকে প্ৰকৃতিৰ ওপৰত উৎকৰ্ষতা সাধন কৰিব খোজে। আহিংস প্ৰণালী এনে ছোৱালীৰ কাৰণে নহয়। মই বহুতবাৰ লিখিছো যে আমাৰ ভিতৰত অহিংস ভাৱ জগাই তুলিবলৈ নিৰ্দ্দিষ্ট কিছুমান নিয়মৰ বশবৰ্ত্তী হ'ব লাগিব। ইয়াৰ কাৰণে কষ্টদায়ক চেষ্টা লাগে। চিন্তাধাৰাত আৰু জীৱনধাৰণ প্ৰণালীত ই বিপ্লৱ ঘটায়। মোৰ পত্ৰ লিখিকা আৰু তেওঁৰ নিচিনা ছোৱালী সকলে যদি নিৰ্দ্দিষ্ট নিয়ম পালন কৰি তেওঁলোকৰ জীৱনত বৈপ্লবিক পৰিবৰ্ত্তন ঘটাব পাৰে, তেন্তে তেওঁলোকে অতি সোনকালে দেখিব যে যি সকল ডেকা তেওঁলোকৰ সংস্পৰ্শলৈ আহে, তেওঁলোকে তেওঁলোকক সন্মান কৰিবলৈ শিকিব আৰু তেওঁলোকৰ সন্মুখত অতিশয় শিষ্ট আচৰণ কৰিব। কিন্তু যদি তেওঁলোকে দেখে যে, তেওঁলোকৰ সতীত্বই বিপন্ন হৈছে তেন্তে পুৰুষৰ ভিতৰৰ পশু শক্তিৰ ওচৰত হাৰ মনাতকৈ, তেওঁলোকে মৰিবলৈকে সাহ কৰিব লাগিব। এই কথা কোৱা হয় যে,বান্ধিছাটি আৰু মুখত সোপা দি লৰচৰ কৰিব নোৱাৰা কৰি পেলোৱা ছোৱালী এজনীয়ে মৰাও টান হৈ পৰে।

মই জোৰ দি কব খোজো যে বাধা দিবলৈ দৃঢ় প্ৰতিজ্ঞ ছোৱালীয়ে তেওঁক শক্তিহীন কৰিবলৈ ব্যৱহাৰ কৰা সকলো বান্ধোন ছিঙিব পাৰে। সুদৃঢ় ইচ্ছাই তেওঁক মৰিবলৈ শক্তি দিব।

কিন্তু এনে বীৰত্ব তেওঁলোকৰ কাৰণেহে সম্ভৱ, যিসকলে তাৰ কাৰণে শিক্ষা লৈছে। যি সকলৰ অহিংসাৰ ওপৰত জীৱন্ত বিশ্বাস নাই, তেওঁলোকে আত্মৰক্ষাৰ সাধাৰণ কৌশলবিলাকক শিকিব আৰু কাপুৰুষ যুবকৰ অসৎ ব্যৱহাৰৰ পৰা নিজক ৰক্ষা কৰিব।

সকলোতকৈ ডাঙৰ প্ৰশ্ন হৈছে যুবকসকল কিয় এনে প্ৰাথমিক সজ আচৰণ বৰ্জ্জিত হ'ব যে, ভদ্ৰ ছোৱালী সকলে সৰ্ব্বদায় তেওঁলোকৰ হাতত অত্যাচাৰ ভোগাৰ ভয়ত থাকিব লগা হয়। নাৰীক সম্মান কৰাৰ আৰু সকলো সময়তে তেওঁলোকক ৰক্ষা কৰিবলৈ গৈ প্ৰাণ দিব পৰা বীৰত্বৰ ভাৱ বেচিভাগ যুৱকেই হেৰুৱাইছে বুলি প্ৰতিপন্ন হ'লে মোৰ কাৰণে বৰ দুখৰ কথা হ'ব। কিন্তু যুবক সকলে এটা শ্ৰেণী হিচাবেই তেওঁলোকৰ সজনাম ৰক্ষা কৰিবলৈ চাব লাগে আৰু তেওঁলোকৰ লগৰীয়া সকলৰ ভিতৰত ঘটা অসৎ আচৰণৰ প্ৰতিটো ঘটনা বিচাৰৰ কাৰণে হাতত ল'ব লাগে। নিজৰ মাক আৰু ভনীয়েকৰ দৰে প্ৰতিজন ছোৱালী বা তিৰোতাৰ সম্মান ৰক্ষা কৰিবলৈ তেওঁলোকে শিকিব লাগে। তেওঁলোকে পোৱা সকলো শিক্ষা নিৰৰ্থক হ'ব, যদি তেওঁলোকে সজ আচৰণ নিশিকে।

আৰু এটা ডাঙৰ প্ৰশ্ন—শ্ৰেণীত পঢ়াৰ লগীয়া পাঠৰ কাৰণে প্ৰস্তুত কৰাৰ দৰে, ছাত্ৰ সকলক ভদ্ৰ আচৰণ শিকোৱাতো অধ্যাপক আৰু শিক্ষক সকলৰ পক্ষে বিশেষকৈ মন দিব লগা কথা নহয় নে ?

# সত্যই ঈশ্বৰ আৰু ঈশ্বৰেই সত্য

কোনো এক অনিৰ্ব্বচনীয় ৰহস্যময় শক্তি সকলোতে ব্যাপি আছে। চকুৰে নেদেখিলেও মই ইয়াক অনুভৱ কৰো। এই অদৃশ্য শক্তিটো এনে যে ই ইয়াৰ অস্তিত্ব অনুমান কৰোৱায়; কিন্তু কোনো প্ৰমাণৰ ভিতৰলৈ নাহে। কিয়নো, মোৰ ইন্দ্ৰিয়বোধেৰে অনুভৱকৰা আন সকলো বস্তুতকৈ ই কিমান যে বেলেগ। ই ৰূপ ৰস গন্ধ স্পৰ্শ আদি ইন্দ্ৰিয়বোধৰ অতীত। কিন্তু ঈশ্বৰৰ অস্তিত্ব কিছুদূৰ যুক্তিৰেও প্ৰতিপন্ন কৰা সম্ভৱ। আমি জানো যে, সাধাৰণ ক্ষেত্ৰতো কিছুমান ৰাইজে নেজানে, কোনে তেওঁলোকৰ দেশত ৰাজত্ব কৰিছে, কিয় কৰিছে বা কেনেকৈ কৰিছে। কিন্তু তেওঁলোক এই বিষয়ে সুনিশ্চিত যে, কোনো এক ৰাজক্ষমতাই শাসন কৰিছে। যোৱাবছৰ মহীশূৰত ভ্ৰমণ কৰোতে মই বহুতো দুখীয়া গাৱলীয়া ৰাইজক লগ পাইছিলো। তেওঁলোকৰ লগত কথা হৈ জানিলোঁ যে, মহীশূৰত কোনে ৰাজত্ব কৰে সেই কথা তেওঁলোকে নাজানে। তেওঁলোকে কেৱল কৈছিল যে, কোনো দেৱতাই ৰাজত্ব কৰে। সেই মানুহখিনিৰ লগত তেওঁলোকৰ ৰজাৰ সম্পৰ্কৰ তুলনাত ঈশ্বৰৰ লগত মোৰ সম্পৰ্ক যে কোটী কোটী ভাগৰ এভাগো নহয়। সেই মানুহখিনিৰ ৰজা সম্পৰ্কীয় জ্ঞান যদি ইমান কম হ'ব পাৰে, তেন্তে ৰজাৰ ৰজা ঈশ্বৰৰ অস্তিত্ব মই উপলব্ধি কৰিব নোৱাৰিলে আচৰিত হ'ব লগা নাই।

সি যি কি নহওক, মহীশূৰৰ দুখীয়া গাৱঁলীয়া ৰাইজৰ দৰেই মই নিশ্চিত ভাবে অনুভৱ কৰোঁ যে, বিশ্বত শৃঙ্খলা আছে; কোনো এক অপৰিবৰ্ত্তনীয় আইনে এই বিশ্বব্ৰহ্মাণ্ডৰ যি য'ত আছে সকলো নিয়ন্ত্ৰণ কৰিছে। ই এক অন্ধ আইন নহয়। কিয়নো, কোনো

অন্ধ আইনে প্ৰাণী জগতৰ জীৱনযাত্ৰা নিয়ন্ত্ৰণ কৰিব নোৱাৰে। আকৌ ছাৰ জগদীশচন্দ্ৰ বসুৰ বহুমূলীয়া গৱেষণাৰ পৰা আজি ইয়াকো প্ৰমাণ কৰিব পৰা হৈছে যে জড় পদাৰ্থবো প্ৰাণ আছে।

যি আইনে প্ৰাণীজগত নিয়ন্ত্ৰণ কৰিছে, সেয়ে হৈছে ঈশ্বৰ। আইন আৰু আইন কৰোঁতা একেজনেই।

আইন আৰু আইন কৰোতা সম্পৰ্কে মই নে জানো বুলিয়েই মই আইন আৰু আইন কৰোঁতাক অস্বীকাৰ কৰিব নোৱাৰো। যেনেকৈ পাৰ্থিব শক্তি সম্পৰ্কে মোৰ অজ্ঞতাৰ পৰা বা সেই শক্তি মই অস্বীকাৰ কৰাৰ পৰা একো আহে নেযায়, সেইদৰে ঈশ্বৰ আৰু তেওঁৰ আইন নেমানো বুলি কলেও, সেই শক্তিৰ নিয়ন্ত্ৰণৰ পৰা মই হাত সাৰিব নোৱাৰোঁ। বৰঞ্চ, যেনেকৈ কোনো দেশৰ ৰাজত্ব মানি চলিলে তাৰ তলত জীৱন ধাৰণ সহজ হয়, তেনেকৈ ঐশ্বৰিক শক্তিৰ কৰ্তৃত্ব মানি ললে জীৱন যাত্ৰা সহজ হয়।

অস্পষ্টভাবে হলেও মই দেখিছোঁ যে মোৰ চাৰিওফালে আন সকলো সদায় পৰিবৰ্ত্তন হৈছে, নিতৌ মৃত্যু হৈছে, কিন্তু এই সকলো পৰিবৰ্ত্তনৰ আঁৰত আছে এক অপৰিবৰ্ত্তনীয় জীৱন্ত শক্তি। এই শক্তিয়ে সকলোকে এক কৰি ধৰি আছে, ই সৃষ্টি কৰিছে, ধ্বংস কৰিছে, পুণৰ সৃষ্টি কৰিছে। এই চিৎ শক্তি বা ভাবেই হৈছে ঈশ্বৰ। মই মোৰ ইন্দ্ৰিয়ৰে দেখা কোনো এটা বস্তুও সদায় নেথাকে বা থাকিব নোৱাৰে; কিন্তু তেওঁ সদায় আছে আৰু থাকিব।

এই শক্তিটো মঙ্গলকৰ নে অমঙ্গলকৰ? মই ইয়াক মঙ্গলৰ আধাৰ হিচাপে দেখিছোঁ। কিয়নো, মই দেখিছো যে মৃত্যুৰ মাজত জীৱন, অসত্যৰ মাজত সত্য, অন্ধকাৰৰ মাজত পোহৰ বিদ্যমান। গতিকে, মই সিদ্ধান্ত কৰিছোঁ যে ঈশ্বৰ হৈছে জীৱন, সত্য আৰু পোহৰ। তেওঁ হৈছে প্ৰেম, তেওঁ সৰ্ব্বোচ্চ মঙ্গল।

যদিওৱা কেতিয়াবা ঈশ্বৰে বুদ্ধিৰ খোৰাকী যোগাবও পাৰে; কিন্তু একমাত্ৰ বুদ্ধিৰেই যি জনক বুজিব পাৰি তেওঁ ঈশ্বৰেই নহয়।

ঈশ্বৰ ঈশ্বৰ হ'ব লাগিলে তেওঁ হৃদয়ত ৰাজত্ব কৰিব লাগিব, অন্তৰখন বদলি কৰিব পাৰিব লাগিব। তেওঁৰ ভক্তৰ প্ৰতিটো সৰু কামতে তেওঁ তেওঁক প্ৰকাশ কৰিব লাগিব। পাঁচ ইন্দ্ৰিয়তকৈ বহুত গুণে বেচি সুনিশ্চিত অনুভূতিৰেহে এইটো কৰিব পাৰি। যিমানেই প্ৰকৃত যেন নেদেখুৱাওক, ইন্দ্ৰিয় অনুভূতি বহুত সময়ত মিছা আৰু প্ৰবঞ্চনামূলক হ'ব পাৰে বা হয়। ইন্দ্ৰিয়াতীত যি অনুভূতি সি অভ্ৰান্ত। বাহিৰা সাক্ষীৰে এইটো প্ৰমাণ হোৱা নাই। যি সকলে নিজৰ অন্তৰত ঈশ্বৰক অনুভৱ কৰিছে, তেওঁলোকৰ সংশোধিত চৰিত্ৰ আৰু আচৰণৰেহে ইয়াৰ প্ৰমাণ হৈছে। সকলো দেশৰেই ঋষি মুনিসকলৰ অভিজ্ঞতাই এই কথাৰ সাক্ষী দিছে। এই সাক্ষী অস্বীকাৰ-কৰা মানে নিজক অস্বীকাৰ কৰা।

অবিচলিত বিশ্বাসৰ পিছত হে এই উপলব্ধি আহে। যি নিজে নিজৰ গাত ঈশ্বৰৰ উপস্থিতি উপলব্ধি কৰিব খোজে, তেওঁ জীৱন্ত বিশ্বাসেৰেহে তাকে কৰিব পাৰিব। যিহেতু বাহিৰা সাক্ষীৰে ঈশ্বৰ বিশ্বাসৰ প্ৰমাণ হ'ব নোৱাৰে, সেই কাৰণে সকলোতকৈ নিৰাপদ ৰাস্তা হৈছে বিশ্বৰ নৈতিক শাসনত বিশ্বাস ৰখা। তাৰ অৰ্থ হৈছে নৈতিক আইনৰ শ্ৰেষ্ঠত্বত, প্ৰেম আৰু সত্যৰ আইনৰ শ্ৰেষ্ঠত্বত বিশ্বাস ৰখা। যিয়েই সত্য আৰু প্ৰেমৰ বিৰোধী সেই সকলোকে এক কথাতেই বৰ্জ্জন কৰিবলৈ দৃঢ় সঙ্কল্পৰ ভাৱ য'তে আছে তাতেই বিশ্বাস নিৰাপদ।

মই স্বীকাৰ কৰোঁ যে, চৰম সত্য বুদ্ধিগম্য কৰিবলৈ মোৰ কোনো যুক্তি নাই। বিশ্বাস বুদ্ধিৰ ওপৰত। মই কেৱল অসম্ভৱ চেষ্টা নকৰিবলৈ পৰামৰ্শ দিব পাৰোঁ। পৃথিবীত যে কিয় বেয়াবিলাক আছে বুদ্ধি বা যুক্তিৰে মই তাৰ কাৰণ উলিয়াব নোৱাৰোঁ। তাকে কৰিবলৈ গলে ঈশ্বৰৰ সমান হ'বলৈ যোৱা হব। গতিকে, বেয়াটো যেনে ভাৱে আছে তেনেকৈয়ে আছে বুলি মই বিনম্ৰ ভাৱে স্বীকাৰ কৰোঁ। মই ঈশ্বৰক অপৰিসীম ধৈৰ্য্যশীল আৰু কষ্ট স্বীকাৰ কৰোঁতা

বুলি বিশেষকৈ এই কাৰণেই কওঁ যে, তেওঁ পৃথিবীত এই বেয়া-বিলাকে থাকিবলৈ দিছে। মই জানো যে তেওঁত অসৎ একো-নাই। অথচ যদি কিবা বেয়া আছে তেন্তেই তাৰ স্ৰষ্টা। কিন্তু কোনো ৰকমেই তেওঁক ই স্পৰ্শ নকৰে।

মই ইয়াকো জানো যে মোৰ জীৱন দিও অসৎ বা বেয়াৰ লগত যুদ্ধ নকৰিলে মই ঈশ্বৰক কেতিয়াও নেপাম বা জানিব নোৱাৰিম। মোৰ ক্ষুদ্ৰ আৰু সীমাবদ্ধ অভিজ্ঞতাৰ পৰাই মোৰ এই বিশ্বাস দৃঢ় হৈছে। যিমানেই মই পবিত্ৰ হ'বলৈ চেষ্টা কৰোঁ, সিমানেই মই ঈশ্বৰৰ কাষ চপা যেন পাওঁ। মই তেওঁৰ আৰু কিমান বেচি কাষ চাপিম, যেতিয়া মোৰ বিশ্বাস এতিয়াৰ দৰে কেৱল মাথোন এটা কথাৰ দৰে কথা হৈয়ে নাথাকিব ; কিন্তু হ'ব হিমালয়ৰ দৰে অচল-অটল আৰু তাৰ শৃঙ্গৰ বৰফৰ দৰে শুভ্ৰ নিৰ্ম্মল !

# প্ৰাৰ্থনা

প্ৰাৰ্থনাই মোৰ জীৱন ৰক্ষা কৰিছে। ইয়াৰ অবিহনে মই কেতিয়াবাই পাগল হ'ব লাগিল হেতেন। ৰাজহুৱা আৰু ঘৰুৱা জীৱনত অতি তিতা অভিজ্ঞতাৰ মই মোৰ ভাগ পাইছো। তেনে অভিজ্ঞতাই সময়ত মোক হতাশ কৰি পেলাইছে। যদি মই সেই হতাশৰ ভাবৰ পৰা ৰক্ষা পাইছো, তেনেহলে প্ৰাৰ্থনাৰ কাৰণেই পাইছো।

ঈশ্বৰ আৰু প্ৰাৰ্থনাত অবিশ্বাস লৈয়েই মই জীৱন আৰম্ভ কৰোঁ আৰু বহুত দিনলৈকে মই তাৰ কাৰণে জীৱনত কোনো অভাৱ অনুভৱ কৰা নাছিলো। ডাটী বয়সত মই অনুভৱ কৰিলো যে, শৰীৰৰ কাৰণে যেনেকৈ খাদ্যৰ প্ৰয়োজন তেনেকৈ আত্মাৰ কাৰণে প্ৰাৰ্থনা অপৰিহাৰ্য্য। দৰাচলতে, আত্মাৰ কাৰণে প্ৰাৰ্থনা যেনেকৈ লাগে, শৰীৰৰ কাৰণে খাদ্য তেনেকৈ নেলাগেহে। কিয়নো, শৰীৰৰ স্বাস্থ্য ৰক্ষাৰ কাৰণে মাজে মাজে অনশনৰ প্ৰয়োজন। কিন্তু প্ৰাৰ্থনা অনশন বুলি কোনো কথা নাই।

ৰাজনৈতিক ক্ষেত্ৰত হতাশ হ'ব লগা হলেও মই কেতিয়াও মনৰ শান্তি হেৰুৱা নাই। প্ৰকৃত পক্ষে মোৰ মনৰ শান্তি দেখি ঈৰ্ষা কৰা মানুহ মই পাইছো। সেই শান্তি মই পাওঁ প্ৰাৰ্থনাৰ পৰা।

মই জ্ঞানী লোক নহওঁ; কিন্তু বিনীতভাৱে দাবী কৰোঁ যে, মই প্ৰাৰ্থনাৰ মানুহ। কি পদ্ধতিৰে প্ৰাৰ্থনা কৰা হ'ব সেই বিষয়ে মই উদাসীন। এই বিষয়ে প্ৰত্যেকৰে নিজৰ নিয়ম থাকিব পাৰে। কিন্তু কেটামান সুনিৰ্দ্দিষ্ট পথ আছে। পুৰণি শিক্ষকসকলৰ পৰীক্ষিত বাটেদি যোৱাটো নিৰাপদ।

# তৰোৱালৰ নীতি

মই বিশ্বাস কৰোঁ যে, যেতিয়া কাপুৰুষালি আৰু হিংসাৰ ভিতৰত যেই কোনো এটা বাচি ল'ব লগা হয়, তেতিয়া মই হিংসাকে বাচি লবলৈ পৰামৰ্শ দিম। সেই কাৰণে মোৰ ডাঙৰ লৰাটোৱে যেতিয়া মোক সুধিছিল যে, ১৯০৮ চনত মোক মাৰি পেলাবলৈ আক্ৰমণ কৰোঁতে যদি সি উপস্থিত থাকিলহেতেন, তেনেহলে সি কি কৰা উচিত হ'লহেতেন,—সি পলাই গৈ মোক মাৰি পেলোৱা চাই থকা উচিত হ'লহেতেন নে, নতুবা শাৰীৰিক শক্তি প্ৰয়োগ কৰি মোক ৰক্ষা কৰিবলৈ চেষ্টা কৰা তাৰ কৰ্ত্তব্য হলহেতেন? তেতিয়া মই মোৰ লৰাটোক কৈছিলো যে সি বল প্ৰয়োগ কৰিও মোক ৰক্ষা কৰা উচিত হ'ব। সেই কাৰণেই ব'ৰ যুদ্ধত, তথাকথিত জুলো বিদ্ৰোহ আৰু আগৰথন মহাৰণত মই অংশ লৈছিলোঁ। যিসকলে বল প্ৰয়োগৰ নীতিত বিশ্বাস কৰে, তেওঁলোকৰ অস্ত্ৰ শিক্ষাও মই পৃষ্ঠপোষকতা কৰোঁ। কাপুৰুষৰ দৰে নিজৰ অসম্মান চাই থকাতকৈ নিজৰ সম্মান ৰক্ষাৰ কাৰণে ভাৰতবৰ্ষই অস্ত্ৰধাৰণ কৰাও মই ভাল পাম।

কিন্তু মই বিশ্বাস কৰোঁ যে অহিংসা হিংসাতকৈ অনন্তগুণে শ্ৰেষ্ঠ; ক্ষমা শাস্তি বিধানতকৈ বেচি বীৰত্বপূৰ্ণ। ক্ষমা সৈনিকৰ অলঙ্কাৰ; কিন্তু শাস্তি দিবৰ ক্ষমতা থাকিও তাৰ পৰা বিৰত থকাহে ক্ষমা। অসহায় প্ৰাণীয়ে ক্ষমা কৰা যেন দেখুৱাটো অৰ্থহীন। নিগনিটোৱে যেতিয়া তাক টুকুৰা টুকুৰ কৰিবলৈ মেকুৰীক এৰি দিয়ে, তেতিয়া সি মেকুৰীক ক্ষমা কৰা নহয়। জেনেৰেল ডায়াৰ আদিৰ শাস্তিৰ কাৰণে যি সকলে চিঞৰিছে, তেওঁলোকৰ ভাৱ মই

বুজিব পাৰোঁ। পৰাহলে, তেওঁলোকে "ডায়াৰক" টুকুৰা টুকুৰ কৰিলেহেতেন। কিন্তু মই ভাৰতবৰ্ষক অসহায় বুলি নেভাবো। মই কেৱল ভাৰতবৰ্ষৰ আৰু মোৰ শক্তি এটা শ্ৰেষ্ঠ উদ্দেশ্যত নিয়োগ কৰিব খোজো।

শাৰীৰিক বলৰ পৰাই শক্তি নোপজে। শাৰীৰিক বলত এটা জুলো ইংৰাজ এজনতকৈ সাধাৰণতে বেচি বলী। কিন্তু জুলুটোৱে ইংৰাজ ল'ৰা এটা দেখিও দৌৰি পলায়। কিয়নো, জুলুটোৱে ইংৰাজ লৰাটোৰ ৰিভলভাৰলৈ ভয় কৰে। জুলোটোৱে মৃত্যুলৈ ভয় কৰে। প্ৰকাণ্ড শৰীৰটো লৈও তেওঁৰ সাহপিত নাই। আমি ভাৰতবৰ্ষত মুহূৰ্ত্ততে বুজিব পাৰোঁ যে, একলাখ ইংৰাজৰ পৰা ৩০ কোটী মানুহে ভয় খাবলৈ একো নাই। জানি শুনি ক্ষমা কৰিলে, আমি আমাৰ শক্তিৰ কথাও ভালকৈ জানিব পাৰিম। জানি শুনি কৰা ক্ষমাৰ পৰা আমাৰ ভিতৰত এটা প্ৰকাণ্ড শক্তিৰ ঢল আহিব আৰু তেতিয়া ডায়াৰ বা ফ্ৰেঙ্কজনচনে ভাৰতৰ ভক্তি নম্ৰ মুৰৰ ওপৰত অপমানৰ বোজা জাপি দিয়া অসম্ভৱ হ'ব। সম্প্ৰতি মোৰ কথা মানুহৰ অন্তৰত নেলাগিলেও একো কথা নহয়। আমি আজি ইমান নিপীড়িত অনুভৱ কৰি আছোঁ যে খং বা প্ৰতিশোধৰ কথা নেভাবি নোৱাৰোঁ। কিন্তু মই এই কথা নোকোৱাকৈ নোৱাৰো যে শাস্তি দিয়াৰ অধিকাৰ স্বইচ্ছাই এৰি দি ভাৰতবৰ্ষই বেচি লাভ পাব পাৰে। আমি শ্ৰেষ্ঠ কাম কৰিব লগা আছে,—পৃথিবীক এটা শ্ৰেষ্ঠবাণী দিব লগা আছে।

মই কল্পনাবিলাসী নহওঁ। মই দাবী কৰোঁ যে মই বাস্তৱ আদৰ্শ বাদী। অহিংসাৰ ধৰ্ম্ম কেৱল ঋষি মুনিৰ কাৰণে নহয়। ই সাধাৰণ মানুহৰ কাৰণেও। অহিংসা মানুহৰ আইন, যেনেকৈ হিংসা জন্তুৰ। জন্তুৰ আধ্যাত্মিক শক্তি সুপ্ত থাকে। সি শাৰীৰিক বলৰ বাহিৰে আন আইনৰ কথা নেজানে। শ্ৰেষ্ঠ জীৱ হিচাবে মানুহে শ্ৰেষ্ঠ আইন—আত্ম শক্তিৰ আইন মনা উচিত।

সেইকাৰণে, মই ভাৰতবৰ্ষৰ আগত আত্মত্যাগৰ পুৰণা আইনখন ভাঙি ধৰিবলৈ সাহ কৰিছো। কিয়নো, সত্যাগ্ৰহ আৰু তাৰে অঙ্কুৰ অসহযোগ, নিৰুপদ্ৰৱ প্ৰতিৰোধ আদি আত্মনিগ্ৰহৰ পুৰণি আইনৰ নতুন নামৰ বাহিৰে আন একো নহয়। যিসকল ঋষিয়ে হিংসাৰ মাজত অহিংসা আবিষ্কাৰ কৰিলে, তেওঁলোক নিউটনতকৈ বেচি প্ৰতিভাশালী আছিল। ওৱেলিংটনতকৈও তেওঁলোক ডাঙৰ যোদ্ধা। অস্ত্ৰৰ ব্যৱহাৰ তেওঁলোকে নিজে জানিছিল; কিন্তু অস্ত্ৰৰ ব্যৱহাৰ জানি তেওঁলোকে উপলব্ধি কৰিছিল তাৰ অসাৰ্থকতা, আৰু ক্লান্ত পৃথিবীক শিকাইছিল যে হিংসাৰ জড়িয়তে নহয় অহিংসাৰ যোগেহে পৃথিবীৰ মুক্তি হ'ব পাৰে। অহিংসাৰ ক্ৰান্তিকাৰী অৰ্থ হৈছে জানি শুনি কষ্টবৰণ। অন্যায়কাৰীৰ ওচৰত ভীকৰ দৰে সেও মনাটো ইয়াৰ অৰ্থ নহয়। অহিংসাৰ অৰ্থ হৈছে অন্যায়কাৰীৰ ইচ্ছাৰ বিৰুদ্ধে আত্মাৰ সকলো শক্তি দি যুঁজ কৰা। যি আইনে মানুহৰ জীৱন নিয়ন্ত্ৰণ কৰে, সেই আইনৰ বিধান মতে কাম কৰি, এজন লোকেও অন্যায়কাৰী এখন সাম্ৰাজ্যৰ সমগ্ৰ শক্তি অগ্ৰাহ্য কৰি তেওঁৰ সম্মান, তেওঁৰ ধৰ্ম্ম, তেওঁৰ আত্মা ৰক্ষা কৰা আৰু সেই সাম্ৰাজ্যৰ পতন বা পুনৰ গঠনৰ ভেটি স্থাপন কৰা সম্ভৱপৰ।

দুৰ্ব্বল কাৰণে ভাৰতবৰ্ষক মই অহিংসাৰ বাট অনুসৰণ কৰিবলৈ কোৱা নাই। নিজৰ শক্তি আৰু ক্ষমতা সম্পৰ্কে সচেতন হৈ মই ভাৰতবৰ্ষক অহিংসা ব্ৰত লবলৈ কৈছো। ভাৰতবৰ্ষৰ শক্তিৰ কথা জানিবলৈ ভাৰতে অস্ত্ৰ শিক্ষা পোৱাৰ প্ৰয়োজন নাই। বোধহয়, আমি নিজক কেৱল এটা মাংস পিণ্ড বুলি ভবাৰ কাৰণেহে অস্ত্ৰ শিক্ষাৰ প্ৰয়োজন থকা যেন লাগে। কিন্তু এই কথা স্বীকাৰ কৰিব লাগিব যে ভাৰতৰ আত্মাৰ বিনাশ নাই। ইয়াৰ বলত ভাৰতে সকলো ৰকমৰ শাৰীৰিক দুৰ্ব্বলতা জয় কৰি আৰু সমগ্ৰ পৃথিবীৰ শাৰীৰিক সংগঠন অগ্ৰাহ্য কৰি জয়যুক্ত হ'ব পাৰে। চাৰিওফালে পাৰ হ'ব নোৱাৰা সাগৰেৰে পৰিবেষ্টিত লঙ্কা দ্বীপত কল্পিত নিৰাপদতাত বাস

কৰা দহটা মূৰৰ ৰাৱণৰ উদ্ধত ৰাজ ক্ষমতাৰ বিৰুদ্ধে কিছুমান ৰান্দৰেৰে সৈতে যি এজন মানুহ মাথোন, সেই ৰামে থিয় দিয়া কাহিনীৰ তাৎপর্য্য কি? ই আধ্যাত্মিক শক্তিৰে শাৰীৰিক বলৰ জয় বুজুৱা নাইনে? কিন্তু এজন বাস্তৱবাদী হিচাবে ৰাজনৈতিক ক্ষেত্ৰত আধ্যাত্মিক জীৱনৰ কাৰ্য্যকাৰীতা ভাৰতবৰ্ষই স্বীকাৰ নকৰালৈকে মই বাট নেচাওঁ।

ভাৰতবৰ্ষই ইংৰাজৰ মেচিনগান, টেঙ্ক আৰু এৰোপ্লেনৰ আগত নিজক শক্তিহীন, অসহায় বুলি ভাবিছে আৰু দুৰ্ব্বলতাৰ কাৰণে অসহযোগৰ বাট লৈছে; ইও যদি হয়, তথাপি একেটা উদ্দেশ্য সিদ্ধি হ'ব; অৰ্থাৎ তাৰ দ্বাৰা বৃটিছ অন্যায়ৰ কামিহাড় ভঙা বোজাৰ পৰা ভাৰতৰ উদ্ধাৰ হ'ব, যদি যথেষ্ট সংখ্যক মানুহে সেই মতে কাম কৰে।

"চিনফিয়েনিজিমৰ" পৰা 'অসহযোগ' মই বেলেগ কৰিছো। কিয়নো, অসহযোগ এনে ভাবে পৰিকল্পিত যে ই হিংসাৰ লগত মিহলি হৈ নচলে। কিন্তু মই হিংসাবাদী সকলকো এই শান্তিপূৰ্ণ অসহযোগক এবাৰ পৰীক্ষা কৰিবলৈ আহ্বান কৰিছো। অন্তৰ্নিহিত দুৰ্ব্বলতাৰ কাৰণে ই ব্যৰ্থ নহয়। যদি বিফল হয়, তেন্তে হ'ব বেচি সংখ্যকে যোগ নিদিয়াৰ কাৰণেহে। তেতিয়া প্ৰকৃত বিপদৰ সময় আহিব। জাতীয় অৱমাননা সহ্য কৰিব নোৱাৰা দেশপ্ৰেমিক লোক সকলে তেওঁলোকৰ খং প্ৰকাশ কৰিবলৈ বিচাৰিব। তেওঁলোকে হিংসাৰ বাট ল'ব। মই যিমান দূৰ জানো অন্যায়ৰ পৰা তেওঁলোকৰ দেশ বা তেওঁলোকক উদ্ধাৰ নকৰাকৈয়ে তেওঁলোক ধ্বংস হ'ব লাগিব।

তৰোৱালৰ নীতি লৈ ভাৰতবৰ্ষই ক্ষন্তেকীয়া জয়লাভ কৰিব পাৰে। তেতিয়া কিন্তু ভাৰতবৰ্ষ মোৰ অন্তৰৰ গৰ্ব্বৰ ভাৰতবৰ্ষ হৈ নেথাকিব। মই ভাৰতবৰ্ষৰ ওচৰত বন্ধক আছো। কিয়নো, মোৰ যি আছে সেই সকলোৰে কাৰণে মই ভাৰতৰ ওচৰত ধৰুৱা। মই

সম্পূৰ্ণ বিশ্বাস কৰোঁ যে, ভাৰতে পৃথিবীক এটা বাণী দিব লগা আছে। ইউৰোপৰ অন্ধ অনুকৰণ ভাৰতৰ কাম নহয়। ভাৰতে তৰোৱালৰ নীতি যিদিনা গ্ৰহণ কৰিব সেইদিনা মোৰ পৰীক্ষাৰ সময় হ'ব। আশাকৰোঁ যে মই মোৰ বিশ্বাস নেহেৰুৱাম। মোৰ ধৰ্ম্মৰ কোনো ভৌগোলিক সীমা নাই। যদি মোৰ ধৰ্ম্মত মোৰ জীৱন্ত বিশ্বাস আছে তেন্তে ভাৰতবৰ্ষৰ প্ৰতি মোৰ ভালপোৱাকো ই চেৰাই যাব। অহিংসা ধৰ্ম্মৰ জড়িয়তে ( মোৰ বিশ্বাস যে এয়ে হিন্দু ধৰ্ম্মৰো মূল ) ভাৰতবৰ্ষৰ সেৱাত মই মোৰ জীৱন উৎসৰ্গা কৰিছোঁ।

ইয়ং ইণ্ডিয়া
১১ আগষ্ট, ১৯২০

# কলা

কলা (Art) সম্পৰ্কে ৰামচন্দ্ৰন নামে এজন ছাত্ৰই কৰা প্ৰশ্ন আৰু তাৰ উত্তৰত মহাত্মাজীয়ে দিয়া বাণী তলত দিয়া হ'ল।

ৰামচন্দ্ৰন—"আপোনাক ভাল পোৱা আৰু সন্মান কৰা বহুতো সুবিখ্যাত লোকেও ভাবে যে আপোনাৰ জাতীয় অভ্যুত্থানৰ আঁচনিৰ পৰা আপুনি কলা অনুশীলন বাদ দিছে। ইয়াৰ কাৰণ কি?

মহাত্মাজী—"মই দুঃখীত যে এই বিষয়ে মোক ভুল বুজা হয়। বস্তুৰ দুটা দিক আছে—এটা বাহিৰৰ আৰু আনটো ভিতৰৰ। ভিতৰৰটোক সহায় কৰাৰ বাহিৰে বাহিৰৰটোৰ কোনো সাৰ্থকতা নাই। সেয়েহে প্ৰকৃত কলা মাত্ৰেই হৈছে আত্মাৰ প্ৰকাশ। বাহ্যিক গঠনৰ সেই পৰিমাণেহে মূল্য আছে যি পৰিমাণে ই মানুহৰ ভিতৰৰ ভাৱ প্ৰকাশ কৰে।"

সঙ্কোচৰে সৈতে ৰামচন্দ্ৰনে সুধিলে—"ডাঙৰ ডাঙৰ শিল্পী সকলে নিজেই ঘোষণা কৰিছে যে শিল্পীৰ আত্মাৰ ভিতৰৰ অস্বস্তি বা প্ৰেৰণা ভাষা, ৰং বা আকৃতিত প্ৰকাশ কৰাই হৈছে কলা।"

গান্ধীজী—"সঁচা, তেনেধৰণৰ চাৰু শিল্পই মোক ৰবকৈ আকৰ্ষণ কৰে। কিন্তু মই জানো যে, এনে লোকো বহুতো আছে যি সকলে নিজক শিল্পী বুলি পৰিচয় দিয়ে বা আনেও তেওঁলোকক শিল্পী বুলি ভাবে, কিন্তু তেওঁলোকৰ কামত আত্মাৰ ওচৰলৈ নিব পৰা প্ৰেৰণা বা অস্বস্তিৰ চিন একো নাথাকে।"

ৰামচন্দ্ৰন—"আপোনাৰ মনত এই বিষয়ে কোনো দৃষ্টান্ত আছেনে?"

গান্ধীজী—"আছে। ধৰা, অস্কাৰ ওৱাইল্ড"।

ৰামচন্দ্ৰন—"মই শুনিছো যে, অস্কাৰ ওৱাইল্ড আধুনিক কালৰ এজন শ্ৰেষ্ঠ শিল্পী"।

গান্ধীজী—"সেইটোহে মোৰো অসুবিধা। ওৱাইল্ডে বাহ্যিক গঠনত সৰ্ব্বোচ্চ কলা দেখিছিল আৰু সেই কাৰণে চৰিত্ৰহীনতাকো সুন্দৰ কৰি অঁকাত কৃতকাৰ্য্য হৈছিল। প্ৰকৃত কলাই আত্মাক তাৰ অন্তৰ্নিহিত স্বৰূপ উপলব্ধি কৰাত সহায় কৰিব লাগিব। মই মোৰ নিজৰ ক্ষেত্ৰত দেখিছোঁ যে, আত্মোপলব্ধিৰ কাৰণে বাহিৰা গঠন সম্পূৰ্ণ অনাবশ্যক। গতিকে মই দাবী কৰিব পাৰোঁ যে, মোৰ জীৱনত প্ৰকৃততে যথেষ্ট সুকুমাৰ কলা আছে, যদিও তুমি মোৰ ওচৰত তোমালোকে যিবিলাক কলাৰ কাম বুলি কোৱা, তেনে একো বস্তু নাই। মোৰ কোঠাটোৰ বেৰবিলাক অলঙ্কাৰবিহীন উদং হব পাৰে; অনন্ত সৌন্দৰ্য্য লৈ বিয়পি থকা মূৰৰ ওপৰৰ আকাশখন চাবলৈ মই মোৰ ঘৰটোৰ ছালখনো একৱাই পেলাব পাৰোঁ। জ্বলি থকা তৰাবিলাকৰে সৈতে যেতিয়া মই আকাশলৈ চাওঁ, মানুহে সৃষ্টি কৰা কি সুকুমাৰ কলাই তাতকৈ মোক বেচি সুন্দৰ দৃশ্য দেখুৱাব পাৰে? ইয়াৰ পৰা এইটো বুজিব নেলাগে যে, মানুহে সৃষ্টি কৰা কলা সম্পদক মই মূল্য নিদিওঁ। মই কেৱল অনুভব কৰোঁ যে, প্ৰকৃতিৰ অবিনশ্বৰ সৌন্দৰ্য্যৰ তুলনাত মানুহৰ সৃষ্টি কি নগণ্য। মানুহৰ কলা সৃষ্টিৰ মূল্য হৈছে আত্মোপলব্ধিৰ পিনে আত্মাক সহায় কৰাতহে"।

ৰামচন্দ্ৰন—"কিন্তু শিল্পী সকলে বাহ্যিক সৌন্দৰ্য্যৰ জৰিয়তে সত্য দেখাব আৰু পোৱাব দাবী কৰে।"

গান্ধীজী—"মই সত্যত আৰু সত্যৰ জৰিয়তে সৌন্দৰ্য্য দেখোঁ আৰু পাওঁ। সকলো সত্যই—সঁচা ধাৰণাই অকল নহয়, সত্যপৰায়ণ মুখমণ্ডল, সত্য ভাৱ থকা ছবি, উদ্যান অতি বিতোপন। মানুহে সাধাৰণতে সত্যত সৌন্দৰ্য্য দেখিবলৈ নেপায়। যেতিয়াই মানুহে সত্যত সৌন্দৰ্য্য দেখিবলৈ আৰম্ভ কৰে তেতিয়াই প্ৰকৃত কলাৰ জন্ম হয়।"

ৰামচন্দ্ৰন—"কিন্তু সত্যৰ পৰা সৌন্দৰ্য্য আৰু সৌন্দৰ্য্যৰ পৰা সত্য বেলেগ কৰিব নোৱাৰিনে ?"

গান্ধীজী—"মই ভালকৈ জানিব খোজো সৌন্দৰ্য্যনো কি ? যদি মানুহে সাধাৰণতে সৌন্দৰ্য্য বুলিলে যি বুজে সেয়ে সৌন্দৰ্য্য তেন্তে সত্যৰ পৰা ই বহুত বেলেগ। এগৰাকী তিৰোতাৰ গঠন ধুনীয়া বুলিয়েই সুন্দৰনে ?"

ৰামচন্দ্ৰনে নভৰাকৈ কলে, "হয়"। বাপুৱে সুধিলে "যদি তিৰোতা গৰাকীৰ চৰিত্ৰ বেয়া হয় তথাপিও তেওঁ সুন্দৰ নে ?"

ৰামচন্দ্ৰনে কলে—"তেওঁৰ মুখখন তেতিয়া সুন্দৰ হ'ব নোৱাৰে। ই সদায় আত্মাৰ প্ৰতিবিম্ব। প্ৰকৃত শিল্পীয়ে তেওঁৰ সৃষ্টি প্ৰতিভাৱে আচল ভাৱটো প্ৰকাশ কৰিব"।

গান্ধীজী—"তুমি স্বাকাৰ কৰিলা যে, বাহিৰা গঠনেই এটা বস্তু সুন্দৰ কৰিব নোৱাৰিব পাৰে। প্ৰকৃত শিল্পীৰ কাৰণে সেইখন মুখহে সুন্দৰ যিখন মুখত তাৰ বাহিৰা গঠন যেনেকুৱাই নহওক আত্মাৰ সত্য বিৰিঙি উঠে। ইয়াৰ পৰা তেনেহলে বুজা গ'ল যে, সত্যৰ বাহিৰে সৌন্দৰ্য্য নাই। আনপক্ষে, এনে শৰীৰতো সত্যৰ প্ৰকাশ হ'ব পাৰে যি শৰীৰৰ গঠন বাহিৰৰ পৰা ধুনীয়া নহয়। ছক্ৰেটিছ তেওঁৰ দিনত অতি সত্যপৰায়ণ বুলি প্ৰখ্যাত। কিন্তু তেওঁৰ শৰীৰৰ গঠন গ্ৰীচত্ আটাইতকৈ কুৎচ আছিল। তেওঁ তেওঁৰ জীৱনত সত্যৰ অনুসৰণ কৰিছিল। সেই কাৰণে মোৰ মনৰে তেওঁ আছিল সুন্দৰ। শিল্পী হিচাবে ফিদিয়াচে কেৱল বাহিৰা গঠনত হে সৌন্দৰ্য্য দেখিছিল যদিও, ছক্ৰেটিছৰ বাহিৰা গঠনৰ কাৰণে ছক্ৰেটিছৰ ভিতৰত থকা সত্যৰ সৌন্দৰ্য্য তেওঁ নেদেখা কৈ থকা নাছিল"।

ৰামচন্দ্ৰন—"কিন্তু এনে মানুহেও অতিসুন্দৰ বস্তু সৃষ্টি কৰিছে, যি সকলৰ নিজৰ জীৱন সুন্দৰ নহয়"।

গান্ধীজী—"তাৰ অৰ্থ কেৱল এয়ে যে সত্য আৰু অসত্য, ভাল আৰু বেয়া, প্ৰায়ে একেলগে থাকে। শিল্পীৰ ভিতৰতো সত্য দৃষ্টি

আৰু ভ্ৰান্ত দৃষ্টি একেলগে থাকে। সত্য দৃষ্টিয়ে যেতিয়া কাম কৰে, তেতিয়া প্ৰকৃততে সুন্দৰ বস্তুৰ সৃষ্টি হয়। যদি এনে সত্য দৃষ্টিৰ মুহূৰ্ত্ত জীৱনত বৰ কম, তেনেহলে কলাতো তাক পাবলৈ বিৰল"।

ৰামচন্দ্ৰনে ভাবিলে—"যদি কেৱল সত্য বা ভাল বস্তুহে সুন্দৰ হয় তেন্তে নৈতিক গুণ নথকা বস্তু কেনেকৈ সুন্দৰ হ'ব ?"

তেওঁ সুধিলে—"বাপুজী, তেন্তে যিবিলাক বস্তুত নীতি বা অনীতি নাই সেই বিলাকত সত্য আছেনে ? উদাহৰণ স্বৰূপে,—মাৰ যোৱা বেলিত বা ৰাতি তৰাৰ মাজত জ্বলি থকা জোনটোত সত্য আছেনে ?"

বাপুজী—"নিশ্চয়, এই সৌন্দৰ্য্যবিলাক সত্যপূৰ্ণ, যিহেতু সেই দৃশ্যাৱলীয়ে মোক তেওঁলোকৰ আঁৰত থকা সৃষ্টিকৰ্ত্তাৰ কথা সোঁৱৰাই দিয়ে। সৃষ্টিৰ কেন্দ্ৰত থকা সত্যৰ অবিহনে ই কেনেকৈ সুন্দৰ হ'ব পাৰে ? যেতিয়া মই অস্তগামী সূৰ্য্যৰ আশ্চৰ্য্য দৃশ্য বা চন্দ্ৰৰ সৌন্দৰ্য্য চাই মুগ্ধ হওঁ, তেতিয়া সৃষ্টি কৰ্ত্তাৰ আৰাধনাত মোৰ আত্মা শৰীৰৰ ঠেক সীমাৰ পৰা ওলাই বহল হৈ পৰে। তেওঁৰ সেই সৃষ্টিত মই তেওঁক আৰু তেওঁৰ কৰুণা বুজিবলৈ চেষ্টা কৰোঁ। কিন্তু মাৰ যোৱা বা ৰাতিপুৱাৰ সূৰ্য্য কেৱল এটা প্ৰতিবন্ধক হে হ'ব যদি ঈশ্বৰ চিন্তাত সি মোক সহায় নকৰে। আত্মাৰ ব্যাপ্তিৰ পথত যিয়েই বাধা দিয়ে, সিয়েই মুক্তিৰ পথত বাধা জন্মোৱা শৰীৰৰ দৰে মায়া আৰু জাল"।

ৰামচন্দ্ৰন—"কলা সম্পৰ্কে আপোনাৰ মত শুনি কৃতজ্ঞ হ'লোঁ। আপুনি এই বিষয়ে আপোনাৰ অভিমত ডেকাসকলক প্ৰকৃত বাটৰ সন্ধান দিবলৈ প্ৰকাশ কৰা ভাল নহবনে ?"

গান্ধীজী—"তেনে কথা মই সপোনতো ভাবিব নোৱাৰোঁ। কিয়নো, কলা সম্পৰ্কে মই লিখিবলৈ গলে অনধিকাৰ চৰ্চ্চা কৰা

হ'ব। মই কলা বিদ্যাৰ ছাত্ৰ নহওঁ; যদিও, এই বিলাক মোৰ মৌলিক বিশ্বাস। মই এই বিষয়ে নিলিখো বা নকওঁ; কিয়নো, মোৰ সীমা কোনখিনিলৈকে সেই সম্পৰ্কে মই সচেতন। মোৰ সীমাবদ্ধতা জনাতেই মোৰ শক্তি। মই মোৰ জীৱনত যি অলপ কৰিব পাৰিছোঁ, সেইখিনি কৰিব পাৰিছো মই মোৰ সীমাবদ্ধতা উপলব্ধি কৰাৰ পৰা। শিল্পীৰ আৰু মোৰ কাম বেলেগ। শিল্পীৰ ঠাই লবলৈ মই মোৰ নিজৰ বাট এৰি যোৱা উচিত নহয়।"

# কায়িক পৰিশ্ৰমৰ শিক্ষা

মোৰ আশঙ্কা হৈছে যে, সূতা কটা, কপাহ ধুনা আদি কিয় বুদ্ধিৰ শিক্ষাৰ বাহন হ'ব লাগে, সেই কথাটো বহুতে ভালকৈ বুজিব পৰা নাই। পঢ়াশুনাৰ পাঠ্যৰ লগত পৰিপূৰক হিচাবে সূতা কটা আদিৰ কাম দিয়াৰ নিয়ম কিছুমান ঠাইত আছে। কিন্তু এই দুটাৰ ভিতৰত পাৰ্থক্য আছে। মই বিচাৰো যে আপোনাসকলে এই পাৰ্থক্য বুজিবলৈ চেষ্টা কৰিব। এজন কাঠমিস্ত্ৰিয়ে মোক কাঠৰ কাম শিকাইছে। মই তেওঁৰ পৰা কাঠৰ কাম যন্ত্ৰৰ দৰে শিকিব আৰু তাৰ ফলত মই বিভিন্ন যন্ত্ৰপাতিৰ ব্যৱহাৰ জানিব পাৰো। কিন্তু সি মোৰ বুদ্ধিৰ বিকাশত বিশেষ একো সহায় নকৰে।

কিন্তু সেই কামকে মোক যদি এনে এজন মানুহে শিকায় যি জনে বিজ্ঞানসম্মত ভাবে বাঢ়ৈ কামৰ শিক্ষা লৈছে, তেওঁ মোৰ বুদ্ধিও জগাই তুলিব। তেতিয়া মই কেৱল এজন পাৰ্গত বাঢ়ৈয়েই যে হ'ম এনে নহয় মই এজন ইঞ্জিনিয়াৰো হ'ম। কিয়নো, বিশেষজ্ঞ জনে মোক অঙ্কও শিকাব, বিভিন্ন ধৰণৰ কাঠৰ পাৰ্থক্যৰ বিষয়েও ক'ব, ক'ৰ পৰা সেই কাঠ আহে তাৰ কথা ক'ব আৰু এনেকৈ ভূগোলৰ আৰু অলপ কৃষিৰ জ্ঞানো দিব। তেওঁ মোক মোৰ হাথিয়াৰ বিলাকৰ নমুনা তৈয়াৰ কৰিবলৈও দিব আৰু জ্যামিতি আৰু অঙ্কৰ সাধাৰণ জ্ঞানো দিব।

বৰ্ত্তমানৰ পদ্ধতি মতে বুদ্ধিৰ শিক্ষা একমাত্ৰ লিখাপঢ়াৰ জৰিয়তে হয়। এইটো হব পাৰে যে তাৰ লগত গাৰ খাটনিৰ কাম আপোনাসকলে একেলগে বিচাৰ নকৰে। হয়তো, বুদ্ধিৰ শিক্ষাৰ লগত শাৰীৰিক শ্ৰমৰ শিক্ষাৰ সম্পৰ্ক আপোনাসকলে

নির্ণয় কৰিবও পৰা নাই। স্বীকাৰ কৰোঁ যে, এতিয়ালৈকে ময়ো কৈ আহিছিলো যে, বুদ্ধিৰ শিক্ষাৰ লগে লগে শাৰীৰিক কামৰ শিক্ষাও দিব লাগে। কিন্তু এতিয়া মই কওঁ যে, বুদ্ধি জগাই তোলাৰ প্ৰধান উপায় হ'ব লাগে শাৰীৰিক কামৰ শিক্ষা। আমাৰ ল'ৰাবিলাকৰ বুদ্ধিৰ অপচয় হোৱা দেখি মই এই সিদ্ধান্তলৈ আহিছো। স্কুল এৰি গৈ কি কৰিব, আমাৰ লৰাবিলাকে সেইটো নেজানে। লৰাছোৱালীৰ আধ্যাত্মিক, মানসিক আৰু শাৰীৰিক ক্ষমতা বিলাকৰ বিকাশ কৰাই হৈছে প্ৰকৃত শিক্ষা। এই শিক্ষা নিবনুৱা হৈ থকাৰ বিৰুদ্ধে তেওঁলোকৰ একৰকম বীমা বা "ইন্সিওৰেন্স" হ'ব লাগে।

হৰিজন—

১১ চেপ্তেম্বৰ, ১৯৩৭ চন

# অস্পৃশ্যতা

"মই বিশ্বাস কৰো যে, যদি অস্পৃশ্যতা সঁচাকৈয়ে হিন্দুধৰ্ম্মৰ পৰা নিৰ্ম্মূল কৰা হয়, তেনেহলে কেৱল যে, হিন্দুধৰ্ম্মৰে এটা ডাঙৰ কলঙ্ক মোচন হ'ব এনে নহয়, ইয়াৰ প্ৰভাৱ গোটেই পৃথিৱীতে পৰিব। অস্পৃশ্যতাৰ বিৰুদ্ধে মোৰ যুদ্ধ মানুহজাতিৰ ভিতৰত থকা সকলো অপবিত্ৰ বস্তুৰ বিপক্ষে যুদ্ধ"।

প্ৰেছ-ইণ্টাৰভিউ,
২০ চেপ্তেম্বৰ, ১৯৩২

অস্পৃশ্যতা হিন্দুধৰ্ম্মৰ আটাইতকৈ ডাঙৰ কলঙ্ক বুলি মই বিবেচনা কৰোঁ। দক্ষিণ আফ্ৰিকাৰ আন্দোলনৰ তিতা অভিজ্ঞতাৰ পৰাইহে যে মোৰ এই ধাৰণা হৈছে এনে নহয়। এসময়ত মই অজ্ঞেয়বাদী আছিলোঁ বুলিও এই ধাৰণা হোৱা নাই। খৃষ্টধৰ্ম্মৰ সাহিত্য পঢ়ি এনেভাৱ হৈছে বুলি কলেও ভুল হ'ব। বাইবেল বা বাইবেল ধৰ্ম্মী সকলক লগ পোৱাৰ আগৰে মোৰ এই মত।

মোৰ তেতিয়া ১২ বছৰ নৌ হয়, তেতিয়াই মোৰ মনত এই ভাব খেলায়। পায়খানা চাফা কৰিবলৈ উকা নামে এটা মেটোৰ আমাৰ ঘৰলৈ আহিছিল। মই আইক প্ৰায়ে সুধিছিলো যে, উকাক ছুলেনো কি দোষ হয় আৰু তাক ছোৱাটো কিয় মানা। হঠাৎ উকাক ছুলেও মোক গা ধুবলৈ কোৱা হৈছিল। যদিও মই স্বাভাৱিকতে সেই আদেশ মানিছিলো তথাপিও হাঁহি হাঁহি তাৰ প্ৰতিবাদ জনাইছিলোঁ, আৰু কৈছিলো যে, নিশ্চয় অস্পৃশ্যতা ধৰ্ম্ম সম্মত নহয় আৰু হ'ব নোৱাৰে। মই কৰ্ত্তব্যপৰায়ণ আৰু বাধ্য

ল'ৰা আছিলোঁ। আই-দেউতাৰ প্ৰতি সম্মান ৰাখি যিমান দূৰ সম্ভৱ মই এই বিষয়ে তেওঁলোকৰ লগত বিৰোধিতা কৰিছিলোঁ। মই আইক কৈছিলোঁ যে, উকাৰ গাটো ছুলে পাপ হ'ব বুলি ভবাটো তেওঁৰ ভুল।

স্কুলত থাকোঁতে আমি প্ৰায়ে অস্পৃশ্য সকলক ছুবলগা হয়। মই এই কথা আই দেউতাৰ পৰা লুকুৱাইছিলোঁ। আয়ে তেতিয়া মোক কৈছিল যে, এনেকৈ অস্পৃশ্য মানুহক ছুলে শুদ্ধ হোৱাৰ সহজ উপায় হৈছে বাটেদি যোৱা যেই কোনো মুছলমানক ছুই দি আগৰ ছোৱাটোৰ লগত কটাকটি কৰা। মোৰ আইৰ প্ৰতি সম্মান কৰা হিচাপে মই প্ৰায়ে এনে কৰিছিলোঁ; কিন্তু কেতিয়াও ইয়াক ধৰ্ম্মৰ কথা বুলি বিশ্বাস কৰা নাছিলোঁ। কিছুদিনৰ পিছত আমি পোৰবন্দৰলৈ গ'লোঁ। তাত মই প্ৰথমতে সংস্কৃত পঢ়িবলৈ আৰম্ভ কৰোঁ। মোক তেতিয়া ইংৰাজী স্কুলত দিয়া নাছিল। মোক আৰু মোৰ ককাই দেউক এজন ব্ৰাহ্মণৰ হাতত গতাই দিয়া হৈছিল। তেওঁ আমাক "ৰামৰক্ষা" আৰু "বিষ্ণুপূজন" পঢ়াইছিল। "জলেবিষ্ণু" "স্থলেবিষ্ণু" আদি শ্লোক মই কেতিয়াও পাহৰা নাই। এগৰাকী মাতৃতুল্যা বুঢ়ী মানুহ ওচৰতে বাস কৰিছিল। মই বৰ ভয়াতুৰ আছিলোঁ। অন্ধকাৰ হলেই ভূত পিশাচৰ কথাবিলাক মোৰ মনলৈ আহিছিল। বুঢ়ী গৰাকীয়ে মোৰ ভয় গুচাবলৈ যেতিয়াই মোৰ ভয় লাগে তেতিয়াই "ৰামৰক্ষা" শ্লোক আবৃত্তি কৰিবলৈ মোক পৰামৰ্শ দিছিল। তেওঁ কৈছিল, "ৰামৰক্ষা" গালে ভূত পিশাচ সকলো পলাব। মই ইয়াকে কৰিছিলোঁ। ইয়াৰ পৰা ভাল ফলো পাইছিলোঁ। মই কেতিয়াও বিশ্বাস কৰিব পৰা নাছিলো যে, "ৰামৰক্ষা"ত অস্পৃশ্যক ছোৱাটো পাপ বুলি লিখা থাকিব পাৰে। তেতিয়া মই ইয়াৰ অৰ্থ বুজা নাছিলোঁ। কিন্তু মোৰ বিশ্বাস আছিল যে যি "ৰামৰক্ষাই" সকলো ভূতৰ ভয়ৰ পৰা ৰক্ষা কৰিব পাৰে তাত "অস্পৃশ্য" জনক স্পৰ্শ কৰাৰ ভয় সমৰ্থন কৰা কথা থাকিব নোৱাৰে।

আমাৰ পৰিয়ালত ৰামায়ণ নিয়মমতে পঢ়া হৈছিল। লাধা মহাৰাজ নামে ব্ৰাহ্মণ এজনে পঢ়িছিল। তেওঁৰ কুষ্ঠ বেমাৰ আছিল। তেওঁৰ বিশ্বাস আছিল যে, নিয়ম মতে ৰামায়ণ পঢ়িলে বেমাৰ ভাল হ'ব আৰু দৰাচলতে তেওঁৰ বেমাৰ ভালো হৈছিল। মই নিজৰ মনতে ভাবিছিলোঁ, "যি ৰামায়ণত আজিকালি যাক অস্পৃশ্য বুলি ভবা হয় তেনে এজন মানুহে নাৱেৰে ৰামক গঙ্গা পাৰ কৰি দিছিল, সেই ৰামায়ণে আত্মা অপবিত্ৰ বুলি কোনো মানুহক অস্পৃশ্য জ্ঞান কৰাৰ ধাৰণা সমৰ্থন কেনেকৈ কৰিব পাৰে ?" আমি ঈশ্বৰক "পতিত পাৱন"—অপবিত্ৰ পবিত্ৰ কৰোঁতা বুলি মাতো। ইয়াৰ পৰা বুজা যায় যে হিন্দুধৰ্ম্মত জন্ম হোৱা কোনো লোকক অপবিত্ৰ বা অস্পৃশ্য বুলি ভবাটো পাপ কাম। এনে কৰাটো চয়তানৰ কাম। সেই কাৰণে মই সদায় কৈয়ো কৈ থাকিবলৈ আমনি পোৱা নাই যে, অস্পৃশ্যতা এটা পাপ। মই কব নোখোজো যে ১২ বছৰ বয়সত এই কথাটো বিশ্বাস হিচাবে মোৰ অন্তৰত বিকাশ হৈছিল। কিন্তু মই কওঁ যে তেতিয়াই মই অস্পৃশ্যতা পাপ বুলি ভাবিছিলোঁ। এই গল্পটো মই বৈষ্ণৱ আৰু ৰক্ষণশীল হিন্দুসকলৰ কাৰণে বৰ্ণনা কৰিছো।

মই সদায় দাবী কৰোঁ যে মই এজন সনাতনী হিন্দু। মই শাস্ত্ৰ যে একেবাৰে নেজানো এনেও নহয়। মই সংস্কৃতৰ অগাধ পণ্ডিত নহওঁ। মই বেদ উপনিষদ ভাঙনীত হে পঢ়িছো। স্বাভাবিকতে মোৰ অধ্যয়ণ পাণ্ডিত্যপূৰ্ণ নহয়। মোৰ বেদৰ জ্ঞান প্ৰগাঢ় নহয়। কিন্তু এজন হিন্দুৱে যিখিনি পঢ়িব লাগে সেইখিনি মই পঢ়িছোঁ। মই দাবী কৰোঁ যে, শাস্ত্ৰৰ মূল ভাৱটো মই ধৰিব পাৰিছোঁ। ২১ বছৰ বয়স যেতিয়া হ'ল তেতিয়া মই আন ধৰ্ম্মৰ কিতাপো অধ্যয়ন কৰিছোঁ।

এটা সময় আছিল যেতিয়া মই হিন্দুধৰ্ম্ম আৰু খ্ৰীষ্টান ধৰ্ম্মৰ ভিতৰত কোনটো ল'ম ভাবি ভাবি দোধোৰ মোৰত পৰিছিলোঁ। মই যেতিয়া

মোৰ মনৰ সমতা ঘুৰাই পালোঁ। তেতিয়া অনুভব কৰিলোঁ যে, হিন্দুধৰ্ম্মৰ জৰিয়তেহে মোৰ মুক্তি সম্ভৱ। হিন্দুধৰ্ম্মৰ প্ৰতি মোৰ জ্ঞানলব্ধ বিশ্বাস গভীৰ হ'বলৈ ধৰিলে।

কিন্তু সেই লগতে মোৰ বিশ্বাস দৃঢ় হ'ল যে অস্পৃশ্যতা হিন্দুধৰ্ম্মৰ অঙ্গ নহয় আৰু যদি হয় তেন্তে এনে হিন্দুধৰ্ম্ম মোৰ কাৰণে নহয়।

সঁচা, হিন্দুসমাজে অস্পৃশ্যতা পাপ বুলি নেভাবে। শাস্ত্ৰৰ ব্যাখ্যা লৈ মই কোনো তৰ্কত নামিব নোখোজোঁ। মনু স্মৃতি বা ভাগৱতৰ পৰা শ্লোক উদ্ধৃত কৰি মোৰ কথা প্ৰতিপন্ন কৰা মোৰ কাৰণে টান হ'ব পাৰে। কিন্তু হিন্দুধৰ্ম্মৰ মূল ভাৱটো বুজিছো বুলি মই দাবী কৰোঁ। অস্পৃশ্যতা মঞ্জুৰ কৰি হিন্দুসমাজে পাপ কৰিছে। ই আমাক তললৈ পেলাইছে। আমি সাম্ৰাজ্যৰ "পৰিয়াহ" হৈছোঁ। আনকি মুছলমান সকলকো আমাৰ এই পাপে সংক্ৰামক ব্যাধিৰ দৰে ছুইছে। দক্ষিণ আফ্ৰিকা, পূব আফ্ৰিকা, কেনেডাত মুছলমান আৰু হিন্দু সকলকো "পৰিয়াহ" জ্ঞান কৰা হৈছে। অস্পৃশ্যতাৰ পৰাই এই অন্যায় বিলাকৰ সূত্ৰপাত। মোৰ কব লগা হৈছে এয়ে যে, যেতিয়ালৈকে হিন্দুসকলে জানি শুনি অস্পৃশ্যতা তেওঁলোকৰ ধৰ্ম্মৰ অঙ্গ বুলি ধৰি থাকে, যেতিয়ালৈকে হিন্দুৰ সাধাৰণ ৰাইজে তেওঁলোকৰ এজন ভায়েকক ছোৱাটো পাপ বুলি ভাবে তেতিয়ালৈকে স্বৰাজ পোৱা অসম্ভৱ। তেওঁৰ কুকুৰটো নোহোৱাকৈ যুধিষ্ঠিৰ স্বৰ্গত সোমাব খোজা নাছিল। যুধিষ্ঠিৰৰ উত্তৰাধিকাৰীসকলে অস্পৃশ্যসকলক নলৈ কেনেকৈ স্বৰাজ পাবলৈ আশা কৰে? যিবিলাক দোষৰ কাৰণে আমি বৃটিছ গৱৰ্ণমেণ্টক "চয়তানিক" বুলি কৈছো সেইবিলাক দোষ আমি আমাৰ অস্পৃশ্য ভাই সকলৰ প্ৰতি কৰা নাইনে?

আমাৰ ভাইসকলক তলত পেলাই থোৱাৰ দোষত আমি দোষী। আমি তেওঁলোকক পেটৰে চুচৰি যাবলৈ, মাটিত নাক ঘঁহাবলৈ বাধ্য কৰোঁ; চকু ৰঙা কৰি আহি তেওঁলোকক ৰেল গাড়ীৰ পৰা বাহিৰ কৰোঁ। ইয়াত কৈ বেচি বৃটিছ ৰাজত্বই আমাক কি

কৰিছে ? তাৰ অ'ডায়াৰ বিৰুদ্ধে আমি যি অভিযোগ কৰোঁ আমাৰ ওপৰতো সেই অভিযোগ খাটে। যেতিয়ালৈকে দুৰ্ব্বল আৰু অসহায় সকলক আমি ৰক্ষা নকৰোঁ, যেতিয়ালৈকে এজনো স্বৰাজিষ্টে কোনো মানুহৰ অনুভূতিত আঘাত দিয়া সম্ভৱ হৈ থাকে তেতিয়ালৈকে স্বৰাজৰ কথা কোৱা নিৰৰ্থক। স্বৰাজ মানে হৈছে যে, এজনো হিন্দু বা মুছলমানে এক মুহূৰ্ত্তৰ কাৰণেও নেভাবিব যে, তেওঁ কোনো নিৰীহ হিন্দু বা মুছলমানক নিৰ্ব্বিবাদে গৰকিব পাৰে। এই চৰ্ত্ত পূৰণ নহলে স্বৰাজ পালেও পিছ মুহূৰ্ত্ততে আমি তাক হেৰুৱাব লাগিব। আমাৰ দুৰ্ব্বল ভাইসকলৰ প্ৰতি আমি যি পাপ কৰিছো তাৰ প্ৰায়শ্চিত্ত নকৰালৈকে আমি জন্তুতকৈ শ্ৰেষ্ঠ বুলি ক'ব নোৱাৰো।

অৱনত সম্প্ৰদায়ৰ সম্মিলন,
আহমদাবাদ,
১৩ এপ্ৰিল, ১৯২১ চন।

# নাৰী

মোৰ অভিমত যে পুৰুষ আৰু নাৰী মূলত যেনেকৈ অভিন্ন তেনেকৈ আছিলতে তেওঁলোকৰ সমস্যাও একে হ'ব লাগিব। দুয়োৰে আত্মা অভিন্ন। দুয়ো একে জীৱন যাপন কৰে। তেওঁলোকৰ অনুভূতিও একেধৰণৰ। পুৰুষ নাৰীৰ আৰু নাৰী পুৰুষৰ পৰিপূৰক। এজনে আনজনৰ সক্ৰিয় সহায় নেপালে জীয়াই থাকিব নোৱাৰে।

কিন্তু যি কোনো প্ৰকাৰেই নহওক, পুৰুষে অতীতত কেবাটাও যুগৰ পৰা নাৰীৰ ওপৰত আধিপত্য কৰি আহিছে, আৰু সেইকাৰণে নাৰীৰ মনত এটা নীচাত্মিকা ভাব জন্মিছে। নাৰী পুৰুষতকৈ হীন, পুৰুষে কৰা এনে স্বাৰ্থপূৰ্ণ প্ৰচাৰ সত্য বুলি নাৰীয়ে বিশ্বাস কৰিছে। কিন্তু মানুহৰ ভিতৰত যি সকল সত্যদ্ৰষ্টা তেওঁলোকে নাৰীক পুৰুষৰ সমান মৰ্য্যাদা সম্পন্ন বুলি স্বীকাৰ কৰিছে। তথাপি, এই বিষয়ে কোনো সন্দেহ নাই যে, কোনো এঠাইত পুৰুষ আৰু নাৰী দুয়ো দুফালে গৈছে। যদিও দুয়ো মূলত অভিন্ন, তথাপি এইটোও সঁচা যে, আকাৰত দুয়োৰে ভিতৰত প্ৰকৃত পাৰ্থক্য আছে। সেই কাৰণে দুয়োৰে কামো বেলেগ হ'ব লাগিব। মাতৃত্বৰ কৰ্ত্তব্য পালন কৰিবলৈ (তিৰোতাৰ বিৰাট এটা অংশই সদায় এই দায়িত্ব বহন কৰিব) এনে কিছুমান গুণ লাগে, যিবিলাক পুৰুষৰ প্ৰয়োজন নাই। নাৰী নিষ্ক্ৰিয়, পুৰুষ সক্ৰিয়। নাৰী স্থিতি, পুৰুষ গতি। নাৰী প্ৰকৃততে ঘৰৰ সাম্ৰাজ্ঞী। পুৰুষ হৈছে অন্ন উপাৰ্জ্জন কৰোঁতা, নাৰী অন্ন ৰক্ষা কৰোঁতা আৰু বিলাই দিওঁতা। নাৰী হৈছে, সেই শব্দটোৰ সকলো তাৎপৰ্য্যৰে সৈতে প্ৰতিপালনকাৰিণী। মানুহ জাতিৰ শিশুবিলাক প্ৰতিপালন কৰি ডাঙৰ কৰাৰ কথা হৈছে

তিৰোতাৰ স্বকীয়া আৰু একচেতীয়া গুণ। তিৰোতাৰ যত্নৰ অবিহনে জাতি নিৰ্ম্মূল হ'ব। নাৰীক গৃহস্থালী এৰি দেশ ৰক্ষাৰ কাৰণে কান্ধত 'ৰাইফল' লবলৈ আহ্বান কৰা বা প্ৰৰোচনা দিয়া, মোৰ মতে পুৰুষ আৰু নাৰী দুয়োৰে কাৰণে অপমানজনক। ইয়াৰ অৰ্থ হ'ব বৰ্ব্বৰতালৈ উভতি যোৱা আৰু শেষাঙ্কৰ আৰম্ভন। পুৰুষৰ ঘোৰাটোত উঠিবলৈ চেষ্টা কৰি, তিৰোতাই নিজে আৰু লগতে পুৰুষকো নমাব। তেওঁৰ লগৰীয়া নাৰীক, নাৰীৰ স্বকীয়া কাম এৰিবলৈ লোভ দেখুৱাৰ কাৰণে বা বাধ্য কৰাৰ কাৰণে পুৰুষো পাপৰ ভাগী হ'ব। বাহিৰৰ আক্ৰমণৰ পৰা দেশ এখন ৰক্ষা কৰাৰ যি বীৰত্ব, সুশৃঙ্খল ভাবে, ভাল অৱস্থাত ঘৰখন ৰাখিব পৰাতো সেই একে বীৰত্ব।

লাখ লাখ খেতিয়ক মানুহক মই যেতিয়া তেওঁলোকৰ স্বাভাবিক পাৰিপাৰ্শ্বিকতাৰ মাজত দেখো আৰু মই যেতিয়া ক্ষুদ্ৰ সেৱাগ্ৰামত তেওঁলোকৰ কাম কৰি থকা চাওঁ, তেতিয়া তেওঁলোকৰ কৰ্ম্মক্ষেত্ৰৰ স্বাভাবিক পাৰ্থক্যৰ বিষয়ে মই মনোযোগ নিদি নোৱাৰোঁ। তিৰোতাৰ ভিতৰত কমাৰ আৰু কাঠমিস্ত্ৰি নাই। কিন্তু মতা তিৰোতা দুয়ো পথাৰত কাম কৰে বেচি পৰিশ্ৰম সাধ্য কামটো পুৰুষে কান্ধ পাতি লয়। তিৰোতাই ঘৰখন ৰাখে অৰু চলায়। পৰিয়ালৰ যি অলপ সম্বল, তাৰে দুয়ো বৰঙনি দিয়ে। কিন্তু পুৰুষেই হৈছে প্ৰধান উপাৰ্জ্জন কৰোঁতা। কৰ্ম্মক্ষেত্ৰৰ পাৰ্থক্য স্বীকাৰ কৰি লৈ, তাৰ বাহিৰে মানুহক সাধাৰণতে যিবিলাক গুণ লাগে আৰু যেনে ধৰণৰ সংস্কৃতিৰ প্ৰয়োজন সেই সকলো মতা-তিৰোতা উভয়ৰে কাৰণে একে।

জাতিৰ কাৰণেই হওক বা ব্যক্তিৰ কাৰণেই হওক, জীৱনৰ সকলো ক্ষেত্ৰতে সত্য আৰু অহিংসাৰ নীতি গ্ৰহণ কৰিবলৈ মই নিবেদন জনাইছো। মই এনে আশা বুকুত বান্ধি আছোঁ যে তিৰোতা হ'ব এই বিষয়ে অৱসম্বাদী নেতা আৰু মানুহৰ ক্ৰমবিকাশত তিৰোতাই এনেকৈ নিজৰ স্থান লাভ কৰি নীচাত্মিকা ভাৱ পৰিহাৰ কৰিব। যদি তিৰোতাই এই কাম কৃতকাৰ্য্যতাৰে কৰিব খোজে, তেন্তে তেওঁ

আধুনিক এই শিক্ষা বিশ্বাস কৰিবলৈ অস্বীকাৰ কৰিব লাগিব যে প্ৰতিটো কথা ইন্দ্ৰিয় ভাৱে নিৰূপণ বা নিয়ন্ত্ৰণ কৰিছে। মোৰ ভয় হৈছে যে কথাষাৰ মই লেতেৰাকৈ ডাঙি ধৰিছো। কিন্তু মই আশা কৰোঁ যে মোৰ অৰ্থটো পৰিষ্কাৰ হৈছে। মই নেভাবো যে যি লাখ লাখ মানুহে যুদ্ধত সক্ৰিয় অংশ গ্ৰহণ কৰিছে, তেওঁলোক ইন্দ্ৰিয় ভাৱত ক্লিষ্ট। পথাৰত একেলগে কাম কৰি থকা খেতিয়কসকলে তেনেভাৱত উগুল-থুগুল বা আপোন পাহৰা হৈ আছে বুলিও মই নেভাবো। ইয়াৰ পৰা মই এইটো ক'ব খোজা নাই যে মতা আৰু তিৰোতাৰ প্ৰাণত যি স্বাভাৱিক ইন্দ্ৰিয় ভাব আছে তাৰ পৰা তেওঁলোক একেবাৰে মুক্ত। কিন্তু ই নিশ্চয় তেওঁলোকৰ জীৱনৰ ওপৰত তেনেকৈ আধিপত্য নকৰে, যেনেকৈ আধুনিক ইন্দ্ৰিয় ভাবৰ সাহিত্যত ডুব গৈ থকা সকলৰ জীৱনৰ ওপৰত কৰা দেখা যায়। কঠোৰ বাস্তৱতাৰ মাজত জীৱন যাপন কৰাৰ ৰূঢ় সত্যৰ যেতিয়া সম্মুখীন হ'ব লগা হয়, তেতিয়া মতা বা তিৰোতা কাৰো এনেবিলাক কথাৰ কাৰণে সময় নেথাকে।

এই প্ৰবন্ধত মই ক'ব খুজিছো যে তিৰোতা অহিংসাৰ অৱতাৰ। অহিংসা মানে হৈছে সীমাহীন অন্তহীন প্ৰেম। আকৌ প্ৰেমৰ অৰ্থ হৈছে কষ্টবৰণ কৰি ল'ব পৰাৰ অন্তহীন, সীমাহীন ক্ষমতা। মানুহ জাতিৰ মাতৃ তিৰোতাতকৈ কোনে এই ক্ষমতা বেচিকৈ দেখুৱাব পাৰে? তিৰোতাই যেতিয়া সন্তানটো ন' মাহ গৰ্ভত ধাৰণ কৰে আৰু ইয়াৰ যি অনিবাৰ্য্য কষ্ট, সেই কষ্ট বৰণ কৰি আনন্দ পায়, তেতিয়া তিৰোতাৰ কষ্ট বৰণৰ ক্ষমতাৰ প্ৰমাণ পোৱা যায়। প্ৰসৱৰ কষ্টত কৈ ডাঙৰ কষ্ট কি আছে? কিন্তু তিৰোতাই সৃষ্টিৰ আনন্দত সেই কষ্টও পাহৰি যায়। আকৌ কেচুৱাটো দিনক দিনে যাতে বাঢ়ি আহে তাৰ কাৰণে প্ৰতিদিনে কোনে কষ্ট কৰে? তিৰোতাই সেই ভাল পোৱা

যেন গোটেই মানুহ জাতিলৈকে বহলাই দিয়ে। তেওঁ পাহৰি যাওক যে তেওঁ কেতিয়াবা পুৰুষৰ কামনাৰ সামগ্ৰী আছিল বা হ'ব পাৰে। তেতিয়া তিৰোতাই পুৰুষৰ মাতৃ, শ্ৰষ্টা আৰু নীৰব নেতা হিচাপে পুৰুষৰ কাষত গৌৰবপূৰ্ণ স্থান অধিকাৰ কৰিব। শান্তি অমৃতৰ কাৰণে পিয়াহত আতুৰ হৈ থকা যুদ্ধৰত পৃথিবীক শান্তিৰ কলা শিক্ষা দিয়াৰ ভাৰ তিৰোতাৰ গাত আছে। নাৰী সত্যাগ্ৰহৰ নেতা হ'ব পাৰে। কিয়নো, সত্যাগ্ৰহৰ কাৰণে কিতাপৰ জ্ঞানৰ প্ৰয়োজন নাই। কিন্তু লাগে কষ্টবৰণ আৰু বিশ্বাসৰ পৰা জন্মা সবল অন্তৰ।

হৰিজন,
২৪ ফেব্ৰুৱাৰী, ১৯৪৮ চন

# স্বদেশী

স্বদেশী হৈছে আমাৰ অন্তৰৰ সেই ভাৱ যি ভাৱে দূৰৰ বাদ দি আমাক আমাৰ ওচৰৰ ঠাইৰ সেৱা আৰু ওচৰৰ বস্তু আদি ব্যৱহাৰ কৰাত সীমাবদ্ধ ৰাখে। এই সংজ্ঞাৰ চৰ্ত্ত পূৰণ কৰিব লাগিলে ধৰ্ম্মৰ ক্ষেত্ৰত মই মোৰ পূৰ্ব্বপুৰুষৰ ধৰ্ম্মত নিজক অ'ৱদ্ধ ৰাখিব লাগিব। ধৰ্ম্মৰ ক্ষেত্ৰত মোৰ ওচৰৰ পাৰিপাৰ্শ্বিকতাৰ তেনেকৈহে ব্যৱহাৰ কৰা হ'ব। যদি মই সেই ধৰ্ম্মত কিবা দোষ দেখোঁ তেন্তে সেই দোষ-বিলাক গুচাই সেই ধৰ্ম্মৰ সেৱা কৰা উচিত। ৰাজনীতিৰ ক্ষেত্ৰত, মই থলুৱা অনুষ্ঠানবিলাকৰ ব্যৱহাৰ কৰা উচিত আৰু তাত যি বিলাক প্ৰমাণিত দোষ আছে, তাৰ সংশোধন কৰি মই তেনে অনুষ্ঠানৰ সেৱা কৰা উচিত। অৰ্থনীতিৰ ক্ষেত্ৰত, মই মোৰ ওচৰৰ মানুহে উৎপন্ন কৰা বস্তুহে ব্যৱহাৰ কৰা উচিত আৰু তেনে শিল্প-বিলাকৰ অভাৱ গুচাই আৰু কাৰ্য্যকুশলতা বঢ়াই মই তাৰ সেৱা কৰা কৰ্ত্তব্য।

আপত্তি কৰা হয় যে এনে স্বদেশী কাৰ্য্যকৰী কৰিবলৈ অনন্ত কাল লাগিব। কিয়নো, আমি আমাৰ যুগত এইটো কৰি উঠিবলৈ আশা কৰিব নোৱাৰো। কিন্তু যদিও কেবা পুৰুষতো আমি সম্পূৰ্ণ ভাবে স্বদেশী হব নোৱাৰো, তথাপি যেন আমি স্বদেশী ব্ৰত এৰি নিদিওঁ।

মই বিশ্বাস নকৰোঁ যে ৰাজনীতিৰ লগত ধৰ্ম্মৰ কোনো সম্পৰ্ক নাই। ধৰ্ম্ম বৰ্জ্জিত ৰাজনীতি জীৱ নথকা মৰা শব দৰে, কবৰ দিবৰ হে যোগ্য। মই অনুভৱ কৰোঁ যে, ৰাজনীতিৰ পৰা ধৰ্ম্ম

বাদ দিবলৈ যেনেকৈ প্ৰায়ে চেষ্টা কৰা হয়, যদি তেনেকৈ চেষ্টা কৰা ন'হলহেতেন তেনেহলে ৰাজনীতি সচৰাচৰতে যেনেকৈ বেয়াকৈ যায় তেনেকৈ বেয়াকৈ নগলহেঁতেন। কোনেও নেভাবে যে দেশৰ ৰাজনৈতিক অৱস্থা সন্তোষজনক। স্বদেশী ভাৱৰে অনুপ্ৰাণিত থলুৱা অনুষ্ঠান আৰু গাওঁ পঞ্চায়ত মই ভাল পাওঁ। ভাৰত সচাকৈয়ে এখন প্ৰজাতন্ত্ৰ, আৰু প্ৰজাতন্ত্ৰ কাৰণেহে এতিয়ালৈকে ভাৰতৰ ওপৰত হোৱা প্ৰতিটো আঘাত সহ্য কৰি ভাৰত জীয়াই আছে। ভাৰতীয়ই হওক বা বিদেশীয়েই হওক ৰজাসকলে ভাৰতৰ বিৰাট জনতাক ৰাজহ সংগ্ৰহৰ বাহিৰে আনৰকমে স্পৰ্শ কৰিব পৰা নাই। জনতাই 'কেইজাৰে' পাবলগা খিনি 'কেইজাৰক' দিছে; কিন্তু বাকী কাম কাজ তেওঁলোকে যেনে ধৰণে ভাল পায় সেই ৰকমে চলায়। বৰ্ণ বিভাগৰ বিৰাট সংগঠনে কেৱল মাথোন সম্প্ৰদায়ৰ ধৰ্ম্ম সম্পৰ্কীয় কামেই যে চলাইছিল এনে নহয়, এই সংগঠনে সম্প্ৰদায়ৰ ৰাজনৈতিক প্ৰয়োজনো পূৰণ কৰিছিল। গাৱৰ ৰাইজে বৰ্ণ প্ৰথাৰ জৰিয়তে তেওঁলোকৰ ভিতৰুৱা কাম পৰিচালনা কৰিছিল আৰু ইয়াৰ জৰিয়তে শাসকৰ নিপীড়ণৰ বিৰুদ্ধেও ব্যৱস্থা লৈছিল। যি জাতিয়ে বৰ্ণ প্ৰথাৰ আচৰিত সংগঠন শক্তিৰ পৰিচয় দিছিল, সেই জাতিক অস্বীকাৰ কৰা সম্ভৱ নহয়। স্বদেশী ভাৱৰ পৰা মাৰাত্মক ভাৱে আঁতৰি যোৱাৰ ফলত আমি ভীষণ প্ৰতিবন্ধকতাৰ মাজত কাম কৰিব লগা হৈছে। আমি শিক্ষিত শ্ৰেণীয়ে বিদেশী ভাষাৰ জৰিয়তে শিক্ষা পাইছো। সেই কাৰণে আমি জনসাধাৰণৰ জীৱনৰ ওপৰত কোনো ক্ৰিয়া প্ৰতিক্ৰিয়া কৰিব পৰা নাই। আমি জনতাৰ প্ৰতিনিধিত্ব কৰিব খোজো, কিন্তু ব্যৰ্থ হওঁ। তেওঁলোকে ইংৰাজ কৰ্ম্মচাৰীক যেনেকৈ চিনি নেপায়, আমাকো তেনেকৈ চিনি নেপায়। তেওঁলোকৰ অন্তৰৰ দুৱাৰ আমাৰ কাৰো কাৰণে মুকলি নহয়। তেওঁলোকৰ হাবিয়াস আৰু আমাৰ হাবিয়াস একে নহয়। সেই কাৰণে জনতাৰ লগত আমাৰ বিচ্ছেদ। আপুনি অনুভৱ কৰে যে, প্ৰতিনিধি আৰু যাৰ

প্ৰতিনিধিত্ব কৰা হয় সেই ৰাইজৰ ভিতৰত ভাৱৰ আদান প্ৰদানৰ অভাৱ। যদি যোৱা ৫০ বছৰ আমি নিজৰ মাতৃভাষাৰ জৰিয়তে শিক্ষা পালোহেতেঁন, তেনে হলে আমাৰ বয়সীয়া সকলে, আমাৰ ওচৰ চুবুৰীয়াই আৰু আমাৰ চাকৰ নাকৰেও আমাৰ জ্ঞানৰ ভাগ পালেহেতেন। বসু ৰয়ৰ দৰে লোকৰ আবিষ্কাৰ বিলাক ৰামায়ণ মহাভাৰতৰ দৰে প্ৰতি গৃহস্থৰ সম্পত্তি হ'লহেতেন। কিন্তু বৰ্ত্তমানৰ অবস্থাত সাধাৰণ ৰাইজৰ কাৰণে এই আবিষ্কাৰ বিলাক বিদেশীয়ে কৰা হলে যেনে হ'লহেতেন এওঁলোকে কৰাতো তেনেই হৈছে। মই নিশ্চিতকৈ কব খোজো যে, যদি, সকলো বিজ্ঞানৰ শিক্ষা মাতৃ-ভাষাৰ জৰিয়তে দিয়া হ'লহেতেন তেনে হলে সাধাৰণ ৰাইজো আচৰিত ৰকমে উপকৃত হ'লহেতেন। গাৱলীয়া স্বাস্থ্যবিধি আদি প্ৰশ্নও বহুত দিনৰ আগতে সমাধান হ'লহেতেন; গাৱলীয়া পঞ্চায়তো এটা জীৱন্ত শক্তি হৈ পৰিল হেতেন আৰু ভাৰতে নিজৰ প্ৰয়োজন অনুযায়ী স্বায়ত্বশাসন ভোগ কৰিলে হেতেন আৰু ভাৰতৰ পুণ্যভূমিত সংগঠিত হত্যাকাণ্ডৰ অপমান জনক দৃশ্য ভাৰতে চাই থাকিব লগা নহলহেতেন। সংশোধন কৰাৰ কাৰণে এতিয়াও সময় একেবাৰে যোৱা নাই।

অৰ্থ নৈতিক আৰু শিল্পৰ ক্ষেত্ৰত স্বদেশীৰ পৰা আঁতৰি যোৱাটোৱেই হৈছে ভাৰতৰ জনসাধাৰণৰ ভীষণ দৰিদ্ৰতাৰ প্ৰধান কাৰণ। যদি বেপাৰৰ কোনো বস্তু ভাৰতৰ বাহিৰৰ পৰা অনা নহয় তেনেহলে ভাৰত আজিয়েই এখন সকলো বস্তুতে উভৈনদী দেশ হৈ পৰিব। কিন্তু সেয়ে হোৱা নাই। আমিও লোভী; ইংলণ্ডৰো সেয়ে কথা। ইংলণ্ড আৰু ভাৰতৰ সম্পৰ্ক পৰিষ্কাৰকৈ এটা ভুলৰ ভেটিত প্ৰতিষ্ঠিত। কিন্তু ভুলত ইংলণ্ড ভাৰতত থকা নাই। এইটো ইংলণ্ডৰ ঘোষিত নীতি যে, ভাৰতৰ ৰাইজৰ স্বাৰ্থৰ কাৰণে ভাৰতক ইংলণ্ডৰ তলত ৰাখিব লাগিব। যদি ই সঁচা হয় তেন্তে লেঙ্কেচাৰ আঁতৰি থাকিব লাগিব। যদি স্বদেশীনীতি এটা নিৰ্ভুল

নীতি হয়, তেন্তে সাময়িক ভাবে চক খালেও, বিশেষ আঘাত নোপোৱাকৈ লেঙ্কেচাৰ আঁতৰি থাকিব পাৰে।

প্ৰতিহিংসা লবলৈ বৰ্জ্জনমূলক আন্দোলন হিচাবে মই স্বদেশীৰ কথা ভবা নাই। মই ইয়াক সকলোৱে অনুসৰণ কৰিব পৰা এটা ধৰ্ম্মৰ নীতি বুলি বিবেচনা কৰোঁ। মই অৰ্থনীতিবিদ পণ্ডিত নহওঁ; কিন্তু কিছুমান অৰ্থনীতিৰ কিতাপ পঢ়িছো। তাৰ পৰা মই দেখিছো যে, ইংলণ্ডই ইংলণ্ডৰ প্ৰয়োজনীয় সকলো বস্তু তৈয়াৰ কৰি স্বাৱলম্বী হ'ব পাৰে। এইটো এটা হাঁহি উৰাই দিয়া প্ৰস্তাৱ হ'ব পাৰে। কিন্তু ভাৰত নিজৰ কাৰণে জীয়াই থকাৰ আগতে লেঙ্কেচাৰ বা আন কোনো দেশৰ কাৰণে জীয়াই থাকিব নোৱাৰে। আকৌ ভাৰত নিজৰ কাৰণে তেতিয়াহে জীয়াই থাকিব পাৰে যেতিয়া ভাৰতে ভাৰতৰ মানুহক যি লাগে সেই সকলো ভাৰততে উৎপন্ন কৰে আৰু তাৰ কাৰণে সহায়ো পায়।

এই সকলো অৰ্থহীন যেন শুনাব পাৰে। পিছে, ভাৰতখনেই এখন অৰ্থহীন কথাৰ দেশ। মৰ'মিয়াল মুছলমান এজনে পানী দিবলৈ সাজু থাকোঁতেও পিয়াহত ডিঙি শুকাই যাবলৈ দিয়াৰ কোনো অৰ্থ নাই। কিন্তু তত্ৰাচ হাজাৰ হাজাৰ হিন্দুৱে মুছলমানৰ ঘৰৰ পানী খোৱাতকৈ পিয়াহতে মৰিব। এই অৰ্থহীন কামকৰা মানুহখিনিক যদি এবাৰ বিশ্বাস জন্মাব পৰা যায় যে, তেওঁলোকৰ ধৰ্ম্মমতেই তেওঁলোকে ভাৰতত তৈয়াৰ হোৱা কাপোৰ হে পিন্ধিব লাগে, আৰু ভাৰতত হোৱা খাদ্য বস্তুহে খাব লাগে, তেতিয়া তেওঁলোকে আন দেশৰ কাপোৰ বা খোৱাবস্তু লবলৈ অস্বীকাৰ কৰিব।

লৰ্ড কাৰ্জ্জনে চাহ খোৱাৰ 'ফেচন' প্ৰৱৰ্ত্তন কৰিলে। আৰু সেই অনিষ্টকাৰী বস্তুটোৱে এতিয়া জাতিক গ্ৰাস কৰিব ধৰিছে। ই লাখ লাখ মানুহৰ পৰিপাক যন্ত্ৰ বেয়া কৰিছে আৰু তেওঁলোকৰ তাকৰীয়া পূজিৰ ওপৰত এটা ওপৰঞ্চি কৰ বহুৱাইছে। লৰ্ড কাৰ্জ্জনে স্বদেশীৰ

'ফেচন' প্রবর্ত্তন কৰিব পাৰে আৰু তেতিয়া সমগ্ৰ ভাৰতে বিদেশী বস্তু এৰিব। ভাগৱত গীতাত এটা শ্লোক আছে, যিটো শ্লোকৰ মোটামোটি অৰ্থ কৰিলে এয়ে হয় যে,—সাধাৰণ শ্ৰেণীৰ লোকে বিশেষ শ্ৰেণীৰ লোকক অনুকৰণ কৰে। যদি চিন্তাশীল লোক সকলে স্বদেশী ব্ৰত লয় তেন্তে বিদেশী বস্তু লোৱাৰ দোষ দূৰ কৰা সহজ—যদিও কিছুদিনৰ কাৰণে ই যথেষ্ট অসুবিধা ঘটাব পাৰে।

প্ৰায়ে কোৱা হয় যে ভাৰতে অন্ততঃ অৰ্থনীতিৰ ক্ষেত্ৰত স্বদেশী গ্ৰহণ কৰিব নোৱাৰে। যি সকলে এই আপত্তি তোলে তেওঁলোকে স্বদেশী জীৱনৰ নিয়ম হিচাপে লোৱা নাই। তেওঁলোকৰ কাৰণে এইটো হৈছে এটা স্বদেশ প্ৰেমৰ প্ৰচেষ্টা। তেওঁলোকৰ কথা হৈছে যদি একোৰে পৰা বঞ্চিত নোহোৱাকৈ স্বদেশী পালন কৰিব পাৰি ভাল, যদি নোৱাৰি স্বদেশী অকাৰ্য্যকৰী। কিন্তু মই স্বদেশীৰ যি সংজ্ঞা দিছো, সেইমতে ই এটা ধৰ্ম্মগত শৃঙ্খলা। স্বদেশী পালন কৰোঁতে ব্যক্তিৰ শাৰীৰিক অসুবিধা বা কষ্টৰ কথা গ্ৰাহ্য কৰা নহয়। ভাৰতত পিন বা বেজী তৈয়াৰ হোৱা নাই, সেই কাৰণে এই বিলাক বস্তু ল'ব পৰা নেযাব। কিন্তু সেইবুলি ভয় খাবৰ কাৰণ নাই। আজি যিবিলাক বস্তু অতি প্ৰয়োজনীয় বুলি ভবা হৈছে তেনে শ শ বস্তু নোহোৱাকৈ চলিবলৈ স্বদেশীব্ৰতী প্ৰস্তুত থাকিব লাগিব।

তদুপৰি অসম্ভৱ বুলি যুক্তি দেখুৱাই যি সকলে স্বদেশীৰ কথা বাদ দিব খোজে, তেওঁলোকে পাহৰি যায় যে, স্বদেশী এনে এটা লক্ষ্য যি লক্ষ্য পাবলৈ ধীৰ স্থিৰ ভাবে বহুত দিন চেষ্টা কৰিব লাগিব। নম্ৰতা আৰু প্ৰেমৰ আইনৰ লগত সংহতি থকা একমাত্ৰ নীতি হৈছে স্বদেশী।

মাদ্ৰাজ,

ফেব্ৰুৱাৰী ১৪, ১৯১৬।

# প্ৰকৃত আন্তৰ্জাতীয়তা

জাতীয়তাবাদী নোহোৱাকৈ আন্তৰ্জাতীয়তাবাদী হোৱা অসম্ভৱ। আন্তৰ্জাতীয়তা তেতিয়াহে সম্ভৱ, যেতিয়া জাতীয়তাই এটা বাস্তৱ ৰূপ লয় অৰ্থাৎ যেতিয়া বিভিন্ন দেশৰ মানুহ সংগঠিত হয় আৰু তেওঁলোকে এজন মানুহৰ দৰে কাম কৰিব পাৰে। জাতীয়তাবাদৰ কোনো দোষ নাই। সঙ্কীৰ্ণতা, স্বাৰ্থপৰতা আৰু আধুনিক জাতিৰ আনৰ পৰা বেলেগ হৈ থকা যি ভাব সি হে দোষণীয়। প্ৰত্যেকটো জাতিয়ে আনৰ লোকচান কৰি নিজে লাভবান হ'ব খোজে, আনক ধ্বংস কৰি নিজে উন্নতি কৰিব খোজে। ভাৰতীয় জাতিয়ে বিশ্ব মানৱৰ মঙ্গল আৰু সেৱাৰ উদ্দেশ্যে সংগঠিত হ'ব খুজিছে বা আত্মপ্ৰকাশ বিচাৰিছে।

মই মোৰ দেশৰ স্বাধীনতা এই কাৰণে বিচাৰিছো যাতে আন দেশে মোৰ স্বাধীন দেশৰ পৰা কিবা অলপ শিকিব পাৰে, যাতে মোৰ দেশৰ সম্পদ বিশ্বমানৱৰ উপকাৰত লগাব পাৰি। যেনেকৈ আজি দেশপ্ৰেমৰ মতবাদে আমাক শিকাইছে যে, ব্যক্তিয়ে পৰিয়ালৰ কাৰণে, পৰিয়ালে গাওঁৰ কাৰণে, গাৱে জিলাৰ কাৰণে, জিলাই প্ৰদেশৰ কাৰণে আৰু প্ৰদেশে দেশৰ কাৰণে আত্মাহুতি দিব লাগে বা মৃত্যুবৰণ কৰিব লাগে, তেনেকৈ পৃথিবীৰ মঙ্গলৰ কাৰণে আৱশ্যক মতে যাতে এখন দেশে আত্মবিসৰ্জ্জন দিব পাৰে তাৰ কাৰণে দেশখন স্বাধীন হোৱা প্ৰয়োজন। সেই কাৰণে মোৰ দেশপ্ৰেম বা জাতীয়তা হৈছে এয়ে যে, মোৰ দেশ স্বাধীন হ'ব লাগে আৰু মানুহ জাতি জীয়াই থকাৰ কাৰণে প্ৰয়োজন হ'লে মোৰ দেশে মৰিবও পাৰিব লাগে। ইয়াত জাতিগত বিদ্বেষৰ ঠাই নাই। এয়ে আমাৰ জাতীয়তাৰ স্বৰূপ হওক।

মোৰ কাৰণে দেশপ্ৰেম আৰু মানৱতাৰ ভিতৰত কোনো পাৰ্থক্য নাই। মই দেশপ্ৰেমিক, কিয়নো মই গোটেই বিশ্বমানৱৰ কথা ভাবো। এটা আনটোৰ বিৰোধী ভাৱ নহয়। ভাৰতক সেৱা কৰিবলৈ গৈ মই ইংলণ্ড বা জাৰ্ম্মানীৰ অনিষ্ট নকৰোঁ। মোৰ আঁচনিত সাম্ৰাজ্যবাদৰ কোনো ঠাই নাই। দেশপ্ৰেমিকৰ আইন পৰিয়ালৰ মুৰব্বীজনৰ আইনৰ পৰা অলপো বেলেগ নহয়। যি দেশপ্ৰেমিকৰ বিশ্বমানৱতাৰ ভাৱ আন্তৰিকতাপূৰ্ণ নহয়, সেইজন দেশপ্ৰেমিকৰ দেশ প্ৰেমেই নাই। ঘৰুৱা আৰু ৰাজনৈতিক আইনৰ ভিতৰত সংঘৰ্ষ নাই।

মই সমগ্ৰ পৃথিবীৰ কথা ভাবিব খোজো। মোৰ দেশ প্ৰেমৰ ভিতৰত সৰ্ব্বসাধাৰণ মানুহজাতিৰ মঙ্গলৰ চেষ্টা সোমাই আছে। সেই কাৰণে মোৰ ভাৰত সেৱাৰ ভিতৰত মানৱ সেৱা সোমাই আছে। ভাৰতৰ মুক্তিৰ আঁচনিখনৰ ভেটি হৈছে আভ্যন্তৰীণ শক্তিৰ বিকাশ। ই হৈছে আত্মশুদ্ধিৰ পৰিকল্পনা। পশ্চিমৰ মানুহে ভাৰতীয় আন্দোলনৰ ভিতৰৰ কথা বুজিবলৈ বিশেষজ্ঞ নিয়োগ কৰি সেই আন্দোলনক সহায় কৰিব পাৰে। সত্যান্বেষীৰ উপযোগী বিনয়ৰ ভাৱ লৈ আৰু মুকলি মনৰে বিশেষজ্ঞসকল ভাৰতলৈ আহোক।

পৰস্পৰৰ পৰা বিচ্ছিন্ন স্বাধীনতা বিশ্বৰাষ্ট্ৰৰ লক্ষ্য নহয়। বিশ্বৰাষ্ট্ৰৰ লক্ষ্য হৈছে স্বেচ্ছাই গ্ৰহণ কৰা পৰস্পৰৰ অধীনতা। পৃথিবীৰ মহৎ মনৰ লোক সকলে পৰস্পৰৰ লগত যুদ্ধ ৰত সম্পূৰ্ণ স্বাধীন ৰাষ্ট্ৰ নিবিচাৰে, তেওঁলোকে বিচাৰে পৰস্পৰৰ ওচৰত বাধ্যবাধকতা থকা বন্ধুভাবাপন্ন যুক্তৰাষ্ট্ৰ। এই আশা ফলৱতী হ'বলৈ বহুত দিন থাকিব পাৰে। কিন্তু স্বাধীনতাতকৈ বিশ্বব্যাপী পৰস্পৰৰ অধীনতা মানি লবলৈ আমি ৰাজী আছোঁ বুলি কোৱাত আচৰিত হ'ব লগা অসম্ভৱ কিবা কথা আছে বুলি মই নেভাবো। বাহিৰত মোৰ স্বাধীনতা মই প্ৰয়োগ নকৰাকৈয়ে, সম্পূৰ্ণ স্বাধীন হোৱাৰ সামৰ্থ্য লাভ কৰিবলৈ মই ইচ্ছা কৰোঁ।

মই বিশ্বাস নকৰো যে য'ত এজন মানুহৰ ওচৰ চুবুৰীয়া লোক সকলে কষ্ট ভোগ কৰি আছে, তাত সেই মানুহজনে আধ্যাত্মিক হিচাপে লাভ কৰিব পাৰে। মই অদ্বৈতবাদত বিশ্বাস কৰোঁ। মানুহৰ—অকল মানুহৰে নহয় জীৱ মাত্ৰৰে মৌলিক একত্বত মই বিশ্বাস কৰোঁ। সেই কাৰণে মই বিশ্বাস কৰোঁ যে, এজন মানুহে আধ্যাত্মিকতাৰ ক্ষেত্ৰত লাভ কৰিলে, তেওঁৰ লগতে গোটেই পৃথিবীয়ে তাৰ লাভ পায়, আৰু যদি এজন মানুহৰ পতন হয়, তেন্তে সেই অনুপাতে গোটেই পৃথিবীৰে পতন হয়।

—গান্ধী

# কস্তুৰবা

বাৰ বছৰ বয়সত মোৰ বিয়া হোৱাৰ কথা লিখিব লগা হোৱাতো মোৰ এটা দুঃখদায়ক কৰ্ত্তব্য। ইমান কম বয়সৰ বিয়াৰ পক্ষে কোনো নৈতিক যুক্তি মই নেদেখোঁ। ভাল পোছাক, ঢোল বজোৱা, শোভাযাত্ৰা আৰু উমলিবলৈ এজনী অচিনাকী ছোৱালী পোৱাৰ বাহিৰে মোৰ কাৰণে বিয়াৰ আন একো অৰ্থ নাছিল।

মোৰ বিয়াৰ সময়তে দাম্পত্য প্ৰেম, মিতাচাৰিতা, বাল্য বিবাহ, আদি বিষয়ে আলোচনা কৰা এক পাই কি এক পইছা দামৰ পুস্তিকা প্ৰকাশ হৈছিল। এনে পুস্তিকা পালেই মই আৰম্ভণিৰে পৰা শেষলৈকে পঢ়িছিলোঁ। যিখিনি কথা মই ভাল নেপাইছিলোঁ সেইখিনি পাহৰি পেলোৱাটো আৰু যিখিনি ভালপাওঁ সেইমতে কাম কৰাতো মোৰ অভ্যাস আছিল। গোটেই জীৱন গিৰিয়েক ঘৈণীয়েকৰ প্ৰতি বিশ্বাসী হৈ থকা বিষয়ে যিটো ভাৱ এই কিতাপ বিলাকে দিছিল, সেই ভাৱৰ সাচ মোৰ অন্তৰত স্থায়ী ভাবে বহিছিল। তদুপৰি সত্যৰ প্ৰতি অনুৰাগ মোৰ স্বাভাবিক আছিল। গতিকে, তেওঁৰ প্ৰতি অসত্য আচৰণ কৰাৰ প্ৰশ্নই নুঠিছিল। আকৌ সেই সৰু বয়সত মই অবিশ্বাসী হোৱাৰ কথাও নাছিল।

কিন্তু বিশ্বাসী হোৱাৰ শিক্ষাৰ এটা বাহ্যিক পৰিণামো আছিল। মই ভাবিছিলোঁ, "যদি মই মোৰ তিৰোতাৰ প্ৰতি বিশ্বাসী হ'ব লাগে, তেন্তে তেৱো মোৰ প্ৰতি বিশ্বাস ৰাখিবলৈ প্ৰতিজ্ঞা কৰিব লাগিব।" এই ভাবে মোক ঈৰ্ষান্বিত স্বামী কৰি তোলে। তেওঁৰ পৰা বিশ্বাস আদায় কৰিবলৈ আছলতে তেওঁৰ যিটো কৰ্ত্তব্য, মই সেইটো মোৰ অধিকাৰত পৰিণত কৰি ললোঁ। আদায় কৰি লোৱাৰ ভাৱ হোৱাত

মই এই অধিকাৰ সম্পৰ্কে সদায় চোকা দৃষ্টি ৰাখিব লগা হ'ল। মোৰ পৰিয়ালৰ পবিত্ৰতা সম্পৰ্কে মই সন্দেহ কৰিবলৈ সমূলি এঁকো কাৰণ নাছিল। কিন্তু ঈৰ্ষাই কাৰণ নিবিচাৰে। তেওঁৰ চলা ফুৰা সম্পৰ্কে মই সদায় চকু ৰাখিব লগা হৈছিল। গতিকে মোৰ অনুমতি নোলোৱাকৈ তেওঁ কলৈকো যাব নোৱাৰিছিল। ই আমাৰ দুয়োৰে ভিতৰত তিতালগা কাজিয়াৰ গুটি সিঁচে। অলৈ তলৈ যোৱাৰ বাধা দৰাচলতে কস্তুৰবাৰ কাৰণে ফাটেকৰ দৰে হৈছিল। কস্তুৰবা এনে ধৰণৰ কথা সহি থকা বিধৰ ছোৱালী নাছিল। যʼলৈকে আৰু যেতিয়াই ইচ্ছা তেওঁ যাবলৈ ধৰিলে। যিমানেই মই বাধা দিছিলোঁ, তিমানেই তেওঁ তাক লঙ্ঘন কৰিছিল আৰু তাৰ ফলত মোৰ বেচি খং উঠিছিল। আমি এই বিবাহিত লৰা ছোৱালী হালৰ ভিতৰত মাতবোল বন্ধ হোৱাতো দৈনিক ঘটনা হʼবলৈ ধৰিলে। মই ভাবো যে কস্তুৰবাই মোৰ বাধা নমনাতো একো দোষৰ কথা নাছিল। নিৰপৰাধী ছোৱালী এজনীয়ে মন্দিৰলৈ বা বন্ধুজনৰ ওচৰলৈ যোৱাৰ বাধা কেনেকৈ মানিব পাৰে? যদি মোৰ তেওঁৰ ওপৰত বাধা দিয়াৰ অধিকাৰ আছিল তেন্তে মোৰ ওপৰত তেওঁৰ তেনে অধিকাৰ নাছিলনে? আজি এই বিলাক কথা পৰিষ্কাৰকৈ বুজিছোঁ। কিন্তু সেই সময়ত মই স্বামী হিচাবে মোৰ অধিকাৰ সাব্যস্ত কৰিব খুজিছিলোঁ। পাঠক সকলে যেন নাভাবে আমি কেৱল কাঁজিয়াহে কৰিছিলোঁ। কিয়নো, মোৰ কঠোৰতাৰ ভেটি আছিল প্ৰেম। মই মোৰ পৰিবাৰক আদৰ্শ ঘৈণী কৰিব খুজিছিলোঁ। মোৰ উচ্চাকাঙ্খা আছিল তেওঁক পবিত্ৰ জীৱন যাপন কৰোৱা, মই যি শিকো তাকে শিকোৱা, আৰু মোৰ লগত তেওঁৰ জীৱন আৰু চিন্তাধাৰা মিলাই দিয়া।

মই নেজানো কস্তুৰবাৰ এনে উচ্চাভিলাষ আছিল নে নাই। তেওঁ আছিল নিৰক্ষৰ। স্বাভাৱিকতে তেওঁ আছিল সৰল, সহজ, স্বাধীন-চেতা, অধ্যৱসায়ী আৰু অন্ততঃ মোৰ লগত হুলিগলি নকৰা বিধৰ।

তেওঁ তেওঁৰ অজ্ঞতা সম্পৰ্কে অধৈৰ্য্য নাছিল। মোৰ অধ্যয়নে তেওঁক কেতিয়াবা তেনে দুঃসাহসিক কামলৈ উদগনি দিছিল বুলিও মোৰ মনত নপৰে। গতিকে, মই ভাবো যে, মোৰ উচ্চাকাঙ্খা কেৱল আছিল একপক্ষৰ। মোৰ কামনা আছিল কেৱল মাথোন এগৰাকী তিৰোতাক কেন্দ্ৰ কৰি। মই বিচাৰিছিলোঁ তাৰ প্ৰতিদান। কিন্তু প্ৰতিদান নেথাকিলেও ই কেৱল দুখৰেই ভৰা নাছিল, কিয়নো অন্ততঃ একপক্ষৰ সক্ৰিয় প্ৰেম আছিল।

মই কব লাগিব যে কস্তুৰবাৰ প্ৰতি মোৰ প্ৰৱল অনুৰাগ আছিল। আনকি স্কুলতো মই তেওঁৰ কথা ভাবিছিলোঁ। ৰাতি হোৱাৰ আৰু আমাৰ মিলনৰ চিন্তা মোৰ মনৰ পৰা নুগুচিছিল। বিচ্ছেদ অসহ্য আছিল। মোৰ নিৰৰ্থক কথাৰে বহুত ৰাতিলৈকে মই তেওঁক সাৰ পোৱাই ৰাখিছিলোঁ।

যদি এই সৰ্ব্বগ্ৰাসী অনুৰাগৰ লগতে কৰ্ত্তব্যৰ প্ৰতি মোৰ জ্বলন্ত স্পৃহা নেথাকিলহেতেন, তেনেহলে হয় মই বেমাৰত পৰিলো-হেঁতেন বা অকালতে মৰিব লাগিলহেতেন বা এটা বোজা হৈ থাকিব লাগিলহেতেন। কিন্তু নিৰ্দ্দিষ্ট কাম প্ৰতিদিনা পুৰাতেই কৰিবই লাগিছিল। কাকো মিছা কথা কোৱাৰ প্ৰশ্ন নুঠিছিলেই। বেয়া কামৰ দ গাতত পৰাৰ পৰা ইয়েই মোক বহুত বাৰ ৰক্ষা কৰিছিল।

মই আগতেই কৈছো যে কস্তুৰবা নিৰক্ষৰ আছিল। মই তেওঁক শিকাবলৈ ব্যগ্ৰ আছিলোঁ; কিন্তু কামনাপূৰ্ণ প্ৰেমে সময় নেৰাখি-ছিল। কিয়নো, শিকাব লগা হৈছিল তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে আৰু সিও ৰাতি।

বয়সীয়া সকলৰ আগত মই তেওঁক লগ পাবলৈ সাহ নকৰি-ছিলোঁ। কথা কোৱাটো দূৰতে থাওক। কাথিয়াৱাৰত তেতিয়া আৰু আনকি কিছু পৰিয়ালত এতিয়াও অনাৱশ্যক আৰু অসভ্য পৰ্দ্দা প্ৰথা চলিছে। পাৰিপাৰ্শ্বিক অৱস্থা কাজেই, অনুকূল নাছিল। গতিকে, মই ক'ব লাগিব যে, ডেকাকালত কস্তুৰবাক মই শিক্ষা দিবলৈ কৰা

চেষ্টাৰ বেচি ভাগেই বিফল হয়। যেতিয়া মই কামনাৰ নিদ্ৰাৰ পৰা সাৰ পাই উঠিলো তেতিয়া মই ৰাজহুৱা জীৱনত নামো, আৰু অৱসৰ নোহোৱা হৈ পৰে। শিক্ষক ৰাখি পঢ়োৱাও হৈ নুঠে। কস্তুৰবাই কোনোমতে কেৱল সহজ গুজৰাটী লিখিব আৰু পঢ়িব পাৰে। মই নিশ্চিত যে যদি তেওঁৰ প্ৰতি মোৰ প্ৰেমত কামনাৰ অলপো চেকা নেথাকিলহেতেন তেন্তে তেওঁ এগৰাকী বিদূষী মহিলা হ'ব পাৰিলেহেতেন। কিয়নো, তেতিয়া শিক্ষাৰ প্ৰতি তেওঁৰ অনিচ্ছা মই জয় কৰিব পাৰিলোহেঁতেন। মই জানো যে, পবিত্ৰ প্ৰেমৰ অসাধ্য একো নাই।

এই সময়ৰে এটা কথা মই উল্লেখ কৰিব লাগিব। এজন বন্ধুৰ লগত মোৰ মিত্ৰতা মোৰ ঘৈণীৰ লগত মোৰ মনোমালিন্য ঘটাৰ এটা কাৰণ। মই এজন অনুৰক্ত আৰু ঈৰ্ষান্বিত স্বামী আছিলোঁ। এই বন্ধুজনে মোৰ ঘৈণীৰ সম্পৰ্কে মোৰ সন্দেহ বহ্নি জ্বলাই তুলিছিল। বন্ধুজনৰ কথাৰ সত্যতাত মই সন্দেহ কৰিব নোৱাৰিছিলোঁ। সেই বন্ধুৰ কথামতে কাম কৰি মই মোৰ পৰিবাৰক কষ্ট দি যি দোষ কৰিছিলো তাৰ কাৰণে মই নিজকে কেতিয়াও ক্ষমা কৰিব পৰা নাই। সম্ভৱতঃ হিন্দু তিৰোতাই হে এনে কষ্ট সহি থাকে, আৰু এই কাৰণে মই তিৰোতাক সহনশীলতাৰ প্ৰতিমূৰ্ত্তি জ্ঞান কৰোঁ। মিছাতে সন্দেহ কৰিলে চাকৰে কাম এৰি যাব পাৰে, পুতেকে তেনে ক্ষেত্ৰত ঘৰ এৰি যাব পাৰে, বন্ধুৱে বন্ধুত্ব ত্যাগ কৰিব পাৰে। তিৰোতাই যদি গিৰিয়েকক সন্দেহ কৰে তেন্তে মনে মনে থাকিব লাগে। কিন্তু স্বামীয়ে যদি তিৰোতাক সন্দেহ কৰে, তেন্তে তেওঁৰ সৰ্ব্বনাশ হয়। তেওঁ তেতিয়া কলৈ যাব? হিন্দু তিৰোতাই আদালতত বিবাহ-বিচ্ছেদ দাবী কৰিব নোৱাৰে। আইনে তেওঁক সুবিধা নিদিয়ে। মই কেতিয়াও পাহৰিব নোৱাৰো আৰু নিজক ক্ষমাং কৰিব নোৱাৰো যে মই মোৰ তিৰোতাক এনে এটা নৈৰাশ্যজনক অৱস্থাত পেলাই-ছিলোঁ গৈ।

সন্দেহৰ বিহ গছজোপাৰ শিপা তেতিয়াহে উঘাল খালে যেতিয়া মই সকলোপিনৰ পৰা অহিংসাৰ অৰ্থ বুজি পালোঁ। তেতিয়া মই ব্ৰহ্মচৰ্য্যৰ মহিমা বুজিলোঁ আৰু উপলব্ধি কৰিলোঁ যে, তিৰোতা গিৰিয়েকৰ দাসী নহয়, তিৰোতা গিৰিয়েকৰ সহচৰী, বন্ধু, সুখ দুখৰ সমভাগী, আৰু তিৰোতাৰো পুৰুষৰ দৰেই নিজৰ নিজৰ বাট বাচি ল'বৰ স্বাধীনতা আছে।

যেতিয়াই মোৰ সন্দেহ অবিশ্বাসৰ এই অন্ধকাৰ দিন বিলাকৰ কথা মনত পৰে, তেতিয়াই মোৰ মূৰ্খামিৰ আৰু কামনাপূৰ্ণ নিষ্ঠুৰতাৰ কথা ভাবি ঘিণ লাগে আৰু বন্ধুৰ প্ৰতি মোৰ অন্ধ আনুগত্যৰ কাৰণে দুখ হয়।

দক্ষিণ আফ্ৰিকাত আমাৰ ঘৰ পশ্চিমীয়া ধৰণে সজা হৈছিল আৰু কোঠা বিলাকৰ পৰা লেতেৰা পানী যাবলৈ বাট নাছিল। প্ৰতিটো কোঠাতে গতিকে, একোটা "চেম্বাৰ পট" আছিল। চাকৰ বা মেটৰে পৰিষ্কাৰ কৰাতকৈ মোৰ পৰিবাৰ আৰু মই এই 'পট্' বিলাক পৰিষ্কাৰ কৰিছিলোঁ। কেৰাণী সকল নিজৰ ঘৰৰ দৰে তাত আছিল আৰু তেওঁলোকে স্বাভাবিকতে নিজৰ 'পট' নিজে চাফা কৰিছিল। কিন্তু খৃষ্টান কেৰাণী এজন নতুনকৈ আহিছিল। সেই কাৰণে তেওঁৰ শোৱা কোঠা পৰিষ্কাৰ কৰাতো আমাৰ কৰ্ত্তব্য আছিল। মোৰ পৰিবাৰে আনৰ পট পৰিষ্কাৰ কৰিছিল, কিন্তু এজন পঞ্চমৰ দৰে অস্পৃশ্য লোকৰ 'পট্' পৰিষ্কাৰ কৰাটো তেওঁৰ কাৰণে ভাবিব নোৱাৰা কথা আছিল। আমাৰ দুয়োৰো ভিতৰত এই কথা লৈ কাজিয়া লাগিল। সেই 'পট'টো মই পৰিষ্কাৰ কৰাটোও তেওঁ সহিব নোৱাৰিছিল আৰু নিজেও পৰিষ্কাৰ কৰিবলৈ ভাল নেপাইছিল। খঙত চকুজোৰ ৰঙা, দুগালেদি চকুলোৰ মুকুতা বৈ গৈছে আৰু মোক তিৰস্কাৰ কৰি হাতত পটটো লৈ কষ্টৰৰা চিৰিয়েদি নামি গৈছে। আজিও মোৰ তেতিয়াৰ সেই ছবিটো মনত পৰে। কিন্তু মই আছিলো নিষ্ঠুৰতাৰে মৰমিয়াল স্বামী। মই নিজক তেওঁৰ শিক্ষক বুলি ভাবিছিলোঁ আৰু

তেওঁৰ প্ৰতি মোৰ অন্ধ অনুৰাগৰ কাৰণে তেওঁক ব্যতিব্যস্ত কৰিছিলোঁ।

কস্তুৰবাই 'পট'টো কঢ়িয়াই নিয়াতে মই সন্তুষ্ট নাছিলোঁ। তেওঁ এই কামটো আনন্দৰে কৰাটো মই বিচাৰিছিলোঁ। গতিকে মই গহীনাই মাত লগালোঁ—„মোৰ ঘৰত এনেধৰণৰ কথা মই নসহোঁ"। কাড়ৰ দৰে কথাষাৰে তেওঁক বিন্ধিলে। তেওঁ চিঞৰি ক'লে "তোমাৰ ঘৰ তুমি ৰাখা; মোক যাবলৈ দিয়া।" মই নিজকে পাহৰি গ'লো, মোৰ ভিতৰত থকা করুণাৰ ভাবো শুকাই গ'ল। মই তেওঁক হাতত ধৰিলো। এই অসহায় তিৰোতা গাৰাকীক 'গেট'লৈ টানি নিলোঁ আৰু 'গেট'ৰ বাহিৰলৈ ঠেলি দিয়াৰ ইচ্ছাৰে গেটখন খুলিবলৈ আগ বাঢ়িলোঁ। তেওঁৰ গালেদি চকুলো ধাৰাষাৰে বৈছিল। তেওঁ কান্দি কান্দি ক'লে, "তোমাৰ কোনো লাজ নাইনে? তুমি ইমানেই হিতাহিত জ্ঞান হেৰুৱাব লাগেনে? মই ক'লৈ যাম? ইয়াত মোক আশ্ৰয় দিবলৈ আই বোপাই বা সম্পৰ্কীয় মানুহ কোনো নাই। তোমাৰ তিৰোতা হৈ মই গৰু ছাগলীৰ লগত থাকিব লাগিবনে? ঈশ্বৰৰ নামত কৈছো খং এৰা। গেটখন জপোৱা। আমাৰ এই দৃশ্য যেন লোকে দেখিবলৈ নেপায়।"

মুখখন গম্ভীৰকৈ থাকিলো; কিন্তু আছলতে লাজ পাইছিলোঁ। গেটখন জপাই দিলোঁ। যদি কস্তুৰবাই মোক এৰি যাব নোৱাৰিছিল, মযো তেওঁক এৰিব নোৱাৰিছিলোঁ। আমি বহুতবাৰ কাঁজিয়া কৰিছো, কিন্তু সদায় শেষত শান্তি প্ৰতিষ্ঠা হৈছিল। অতুলনীয় সহনশীলতাৰ ক্ষমতাৰ গুণত ঘৈণী আছিল সদায় বিজেতা।

আজি মই এই ঘটনা নিস্পৃহ ভাবে বৰ্ণনা কৰিব পাৰিছোঁ। কিয়নো, সি এনে এটা সময়ৰ ঘটনা, যি সময়ৰ পৰা সৌভাগ্যক্ৰমে মই বাহিৰ হৈছো। এই ঘটনাটো ঘটিছিল ১৮৯৮ চনত। তেতিয়া মোৰ ব্ৰহ্মচৰ্য্যৰ ধাৰণা নাছিল। সেই সময়ত মই ভাবিছিলোঁ যে

তিবোতা স্বামীৰ কামনাৰ সামগ্ৰী, স্বামীৰ আদেশ মানি চলিবলৈকে তেওঁৰ জন্ম। তিবোতা যে সহযোগী সহকৰ্ম্মী বন্ধু আৰু স্বামীৰ দুখ সুখৰ অংশীদাৰ, তাক তেতিয়া মই জনা নাছিলোঁ।

১৯০০ চনত মোৰ ধাৰণা সম্পূৰ্ণ সলনি হয়। ১৯০৬ চনত সেই ধাৰনাই এটা নিৰ্দিষ্ট গঢ় লয়।

নেটালৰ ভাৰতীয় সকলে প্ৰেমৰ অমৃতৰে মোক ধুৱাই দিছিল। প্ৰতি ঠাইতে বিদায় সভা পতা হৈছিল আৰু মূল্যবান বস্তু মোক উপহাৰ দিয়া হৈছিল। উপহাৰ দিয়া বস্তু বিলাকৰ ভিতৰত এধাৰ আছিল সোণৰ হাৰ। ইয়াৰ দাম হ'ব ৫০ গিনি মান। কস্তুৰবাৰ উদ্দেশ্যে এই ধাৰ দিছিল।

কিন্তু এই ধাৰ হাৰো মোৰ ৰাজহুৱা কামৰ কাৰণেহে দিয়া হৈছিল। গতিকে উপহাৰৰ আন বস্তুৰ পৰা ইয়াক পৃথক কৰিব পৰা সম্ভৱ নাছিল।

যিদিনা গধূলি মোক বেচিভাগ উপহাৰ দিয়া হয়, সেইদিনা ৰাতি মই টোপনি নোহোৱাকৈ কটাব লগাত পৰে। মই মোৰ কোঠাত অহা যোৱা কৰিবলৈ ধৰিলোঁ; কিন্তু মীমাংসা নেপালোঁ। হেজাৰ হেজাৰ টকা মূল্যৰ উপহাৰ প্ৰত্যাখ্যান কৰাও মোৰ কাৰণে টান আছিল; ৰখাটো আছিল তাতোকৈ টান।

মই যদিওবা ৰাখোঁ, মোৰ লৰা-ছোৱালী বা তিবোতাই কি কৰিব? তেওঁলোকক সেৱাৰ জীৱন যাপন কৰিবলৈ শিকোৱা হৈছিল আৰু এই শিক্ষা তেওঁলোকক দিয়া হৈছিল যে সেৱাৰ পুৰস্কাৰ সেৱাইহে।

মোৰ ঘৰত মূল্যবান অলঙ্কাৰ নাছিল। আমি ক্ৰমে আমাৰ জীৱন ধাৰণৰ প্ৰণালী সহজ কৰি আনিছিলোঁ। তেনে অৱস্থাত আমি কেনেকৈ সোনৰ ঘড়ী ৰাখিম? আমি কেনেকৈ সোনৰ 'চেইন' আৰু হীৰাৰ আঙঠি পিন্ধিব পাৰোঁ? সেই সময়তো মই মানুহক অলঙ্কাৰৰ মোহ ত্যাগ কৰিবলৈ কৈছিলোঁ। এতিয়া যিবিলাক অলঙ্কাৰ আহিছে সেই বিলাক লৈ মই কি কৰিম?

মই সিদ্ধান্ত কৰিলোঁ যে, সেই বস্তুবিলাক মই ৰাখিব নোৱাৰো। সেই বস্তুবিলাক ভাৰতীয় মানুহৰ উদ্দেশ্যে আগবঢ়াই এখন ট্ৰাষ্ট-বোৰ্ডৰ হাতত দিয়া সম্পৰ্কে মই এখন চিঠিৰ খচৰা কৰিলোঁ। পাৰ্চি ৰোস্তমজী প্ৰমুখ্যে কেজনমানক লৈ 'ট্ৰাষ্ট' কৰিলোঁ। পুৱা ঘৈণী আৰু লৰাছোৱালীৰ লগত আলোচনা কৰিলোঁ আৰু এই গধুৰ বোজাটোৰ পৰা হাত সাৰিলোঁ।

মই জানিছিলোঁ যে ঘৈণীক মান্তি কৰোতে অলপ বেগ পাব লাগিব। লৰাছোৱালীক মান্তি কৰোৱা সহজ হ'ব বুলি মই নিশ্চিন্ত আছিলোঁ। সেই কাৰণে মই সিহঁতক মোৰ 'এটৰ্নি' কৰিবলৈ স্থিৰ কৰিলোঁ।

লৰাছোৱালী কিটাই মোৰ প্ৰস্তাবত তৎক্ষণাৎ সন্মতি দিলে। সিহঁতে কলে "এই মূল্যবান উপহাৰ বিলাক আমাক নেলাগে। ৰাইজক আমি এই বিলাক ঘুৰাই দিব লাগে। কেতিয়াবা আমাক লাগিলে আমি কিনি ল'ম।" মোৰ আনন্দ হ'ল, সিহঁতক কলোঁ, "তেনেহলে তোমালোকে মাৰাকো বুজাবা; নুবুজাবানে?"

সিহঁতে ক'লে "নিশ্চয়, সেইটো আমাৰ কাম। আয়ে অলঙ্কাৰ নিপিন্ধে। তেওঁ আমাৰ কাৰণেহে এই বিলাক ৰাখিব খুজিব। আমাকে যদি নেলাগে তেন্তে সেই বিলাক এৰি দিবলৈ কিয় ৰাজী নহব?"

কিন্তু কৰাতকৈ কোৱা সহজ। কস্তুৰবাই মোক কলে, "তোমাক এই বিলাক নেলাগিব পাৰে। অলপ ভালৰি বোলালে লৰাহতে তোমাৰ তালতে নাচিব। তুমি মোক এই বিলাক পিন্ধিবলৈ নিদিয়াটো বুজিব পাৰোঁ। কিন্তু মোৰ বোৱাৰীহঁতৰ কি হ'ব? সিহঁতক নিশ্চয় অলঙ্কাৰ পাতি লাগিব। কালিলৈ কি হ'ব কোনে জানে? ইমান মৰমেৰে দিয়া উপহাৰ বিলাক মই কেতিয়াও এৰি নিদিওঁ।" এইদৰে কস্তুৰবাই যুক্তিৰ পিছত যুক্তি দিবলৈ ধৰিলে। শেষত চকুলোৰে সেই যুক্তি আৰু সুদৃঢ় কৰিলে। কিন্তু লৰাছোৱালীহঁত আৰু মই অবিচলিত হৈ থাকিলোঁ।

মই লাহেকৈ কলোঁ, “লবাছোৱালী কিটাৰ বিয়া হ'বলৈ এতিয়াও বহুত সময় আছে। আমি সিহঁতক সকতে বিয়া দিব নোখোজোঁ। ডাঙৰ হ'লে সিহঁতে নিজৰ ব্যৱস্থা নিজে কৰিব পাৰিব; আৰু আমি আমাৰ ল'ৰাৰ কাৰণে অলঙ্কাৰ ভাল পোৱা ছোৱাল নানো। যদি আমি অলঙ্কাৰ দিবও খোজো, তেন্তে মই আছোঁ। তুমি মোক তেতিয়া কবা।”

কস্তুৰবাই কলে, “তোমাক ক'ম? মই তোমাক চিনো। তুমি মোৰ অলঙ্কাৰৰ পৰা মোক বঞ্চিত কৰিছা! বৰ ভাল কথাটো কৈছা, তুমি বোৱাৰীক অলঙ্কাৰ দিবা! মোৰ লৰাকিটাক এতিয়াৰ পৰাই তুমি সাধু কৰিব খুজিছা? নাই, অলঙ্কাৰ ঘুৰাই দিয়া নহব।”

“আৰু কওঁ শুনাচোন, মোক দিয়া নেকলেচ্‌ডালৰ ওপৰত তোমাৰ কি অধিকাৰ?”

মই ক'লো, “নেকলেচডাল তোমাৰ কামৰ কাৰণে দিছেনে, মোৰ কামৰ কাৰণে দিছে?”

“সেইটো মই মানো। কিন্তু তুমি কৰিলেই মই কৰা হ'ল। দিনে ৰাতিয়ে মই তোমাৰ কাৰণে গেবাৰি খাটিছোঁ। সেইটো সেৱা নহয়নে? ক'ৰ কত মানুহ ঘৰলৈ লৈ আহা, তেওঁলোকৰ কাৰণে মই খাটি মৰোঁ।”

কস্তুৰবাৰ এই কিযাৰ কথা বৰ চোকা আছিল। কেটামান কথা অন্তৰত লাগি গৈছিল। কিন্তু অলঙ্কাৰ ঘুৰাই দিবলৈ মই দৃঢ় সঙ্কল্প আছিলোঁ। তেওঁৰ পৰা সন্মতিটো অৱশেষত যেনে তেনে পালোঁ। ১৮৯৩ আৰু ১৯০১ চনত পোৱা সকলো উপহাৰ ঘুৰাই দিয়া হল। ট্ৰাষ্টফণ্ড কৰি সেইবোৰ বস্তু ৰাইজৰ সেৱাৰ কাৰণে বেঙ্কত জমা থোৱা হ'ল।

মোৰ ঘৈণীৰ জীৱনত তিনিবাৰ বৰ টান নৰীয়া হয় আৰু কোনো-মতে হে প্ৰাণৰক্ষা পৰে। প্ৰথমবাৰ বেমাৰ হওঁতে দক্ষিণ আফ্ৰিকাত

সত্যাগ্ৰহ চলি আছিল বা আৰম্ভ হওঁ হওঁ হৈছিল। তেওঁৰ ঘনাই ঘনাই ৰক্তস্ৰাৱ হৈছিল। এজন ডাক্তৰে অস্ত্ৰোপচাৰ কৰিবলৈ পৰামৰ্শ দিলে। অলপ দোধোৰ মোৰ কৰাৰ পিছত তেওঁ ইয়াত সম্মতি দিলে। তেওঁ একেবাৰে খীনাই শুকাই হাৰ কি ডালহে আছিলগৈ। ডাক্তৰে 'ক্লৰফৰম্' নকৰাকৈয়ে অস্ত্ৰোপচাৰ কৰিব লগা হয়। ই কৃতকাৰ্য্য হয়। কিন্তু তেওঁ বৰ কষ্ট ভোগে। আচৰিত সাহেৰে সৈতে তেওঁ এই কষ্ট ভোগ কৰে। ডাক্তৰ আৰু তেওঁৰ পৰিবাৰে সদায় যত্নেৰে পৰিচৰ্য্যা কৰিছিল। এইটো হৈছে ডাৰৱানৰ কথা। ডাক্তৰে মোক জোহান্সবাৰ্গলৈ যাবলৈ ছুটী দিলে আৰু বেমাৰীৰ কাৰণে চিন্তা কৰিবলৈ হাঁক দিলে। কিন্তু কেদিন মানৰ পাছতে মই চিঠি পালো যে, কস্তুৰবাৰ অৱস্থা বেয়ালৈ গৈছে, বিছনাত উঠি বহিবও নোৱাৰা হৈছে আৰু এবাৰ অজ্ঞানো হৈছে। ডাক্তৰে জানিছিল যে, মোৰ সম্মতি নোহোৱাকৈ কস্তুৰবাক তেওঁ মদ বা মাংস দিব নোৱাৰে। গতিকে কস্তুৰবাক 'বিফ-টি' দিয়াৰ অনুমতি বিচাৰি জোহান্সবাৰ্গলৈকে তেওঁ মোলৈ টেলিফোন কৰিলে। মই ডাক্তৰলৈ উত্তৰ দিলোঁ যে এনে অনুমতি মই দিব নোৱাৰোঁ; কিন্তু যদি কস্তুৰবা এই বিষয়ে মত প্ৰকাশ কৰিব পৰা অৱস্থাত আছে তেন্তে তেওঁৰ লগত পৰামৰ্শ কৰিব পাৰে আৰু কস্তুৰবাই যি ভালদেখে তাকে কৰিব পাৰে।

ডাক্তৰে কলে, "মই ৰোগীৰ লগত আলোচনা কৰিবলৈ অসম্মত। আপুনি নিজে আহক। যদি মোৰ ইচ্ছামতে ঔষধ দিয়াৰ স্বাধীনতা মোৰ নেথাকে তেন্তে আপোনাৰ তিৰোতাৰ কাৰণে মই দায়ী নেথাকিম।"

সেইদিনাই মই ডাৰৱানলৈ গলোঁ। মই গৈ পালত ডাক্তৰে মোক শান্ত ভাৱে ক'লে—"আপোনালৈ টেলিফোন কৰোঁতেই, মই কস্তুৰবাক 'বিফ-টি' দিছিলোঁৱেই।"

মই ক'লো, "ডাক্তৰ মই এইটো প্ৰৱঞ্চনা বুলি কম।"

ডাক্তৰে দৃঢ়ভাবে কলে, "ৰোগীক ঔষধ বা পথ্য দিয়াত কোনো প্ৰৱঞ্চনা হ'ব নোৱাৰে। দৰাচলতে, আমি ডাক্তৰবিলাকে ভাবো যে, ৰোগীৰ জীৱন ৰক্ষা কৰিব পাৰিলে, ৰোগীক বা তেওঁৰ সম্পৰ্কীয় মানুহক ফাঁকি দিয়াও ধৰ্ম্মহে।"

মই মৰ্ম্মাহত হ'লোঁ, কিন্তু ঠাণ্ডা হৈ থাকিলোঁ। ডাক্তৰজন ভাল মানুহ। মোৰ বন্ধু। তেওঁ আৰু তেওঁৰ ঘৈণীয়েকে মোক কৃতজ্ঞতাৰে ধৰুৱা কৰি থৈছিল। কিন্তু মই তেওঁৰ ডাক্তৰী নীতি মানিবলৈ ৰাজী নাছিলোঁ। মই ক'লো, "ডাক্তৰ এতিয়া কি কৰিব খোজে কওক। মই মোৰ ঘৈণীক তেওঁৰ প্ৰাণৰক্ষা নহলেও মাংস খাবলৈ দিব নোৱাৰোঁ। অবশ্যে, তেওঁ নিজে খাব খুজিলে বেলেগ কথা।"

ডাক্তৰে কলে, "আপোনাৰ খেয়াল মতে আপুনি আপোনাৰ দাৰ্শনিক মত পোষণ কৰিব পাৰে। মই আপোনাক কওঁ যে, যেতিয়ালৈকে আপুনি আপোনাৰ পৰিবাৰক মোৰ চিকিৎসাত ৰাখে, মই তেওঁক যি ইচ্ছা তাকে দিয়াৰ স্বাধীনতা পাব লাগিব। যদি আপুনি এইটো ভাল নেপায়, তেন্তে দুখৰে সৈতে মই তেখেতক মোৰ ইয়াৰ পৰা নিবলৈ ক'ব লাগিব। মোৰ ঘৰত তেওঁৰ মৃত্যু হোৱা মই বহি চাই থাকিব নোৱাৰোঁ।"

"আপুনি ক'ব খোজেনে যে মই এতিয়াই তেওঁক লৈ যাব লাগে?"

"মই কেতিয়া কলো যে তেওঁক লৈ যাব লাগে? মই কেৱল চিকিৎসা সম্পৰ্কে সম্পূৰ্ণ স্বাধীনতা বিচাৰিছোঁ। যদি আপুনি মোক সেই স্বাধীনতা দিয়ে তেন্তে মই আৰু মোৰ ঘৈণীয়ে কস্তুৰবাৰ কাৰণে যি পাৰোঁ কৰিম, আৰু তেওঁৰ কাৰণে কোনো চিন্তা নেৰাখি আপুনি উভটি যাব পাৰিব। কিন্তু যদি এই সহজ কথাটোও আপুনি বুজি নেপায়, তেন্তে আপুনি আপোনাৰ তিৰোতাক মোৰ ঘৰৰ পৰা লৈ যাবলৈ ক'বৰ কাৰণে মোক বাধ্য কৰিব।"

বোধ হয়, তেতিয়া মোৰ কোনো এজন লৰা মোৰ লগত আছিল। সি মোৰ লগত একমত আছিল, আৰু কৈছিল যে, মাকক 'বিফ্‌টি'

দিয়া উচিত নহব। তাৰ পাছত কস্তুৰবাকো ক'লোঁ। তেওঁ ইমান দুৰ্ব্বল আছিল যে, তেওঁৰ লগত পৰামৰ্শ কৰা সম্ভৱেই নাছিল। কিন্তু তথাপি তেওঁৰ লগত পৰামৰ্শ কৰাটো মোৰ দুঃখজনক কৰ্ত্তব্য আছিল বুলি ভাবিছিলোঁ। মোৰ আৰু ডাক্তৰৰ ভিতৰত হোৱা কথাখিনি মই তেওঁক কলোঁ। তেওঁ দৃঢ়ভাবে কলে "মই বিফ্‌টি নেখাওঁ। মনুষ্য জন্ম লোৱাটো ডাঙৰ কথা। অখাদ্য খাই শৰীৰটো অপবিত্র কৰাতকৈ তোমাৰ হাততে মই মৰিম।"

মই তেওঁক বুজাই ক'লোঁ যে, তেওঁ মোক অনুকৰণ কৰিবলৈ বাধ্য নহয়। তেওঁৰ আগত মই সেইসকল হিন্দুৰ দৃষ্টান্ত ডাঙি ধৰিলোঁ, যি সকলে ঔষধ হিচাবে মদ বা মাংস খোৱাত আপত্তি নকৰে। কিন্তু তেওঁ অচল অটল আছিল। তেওঁ ক'লে "নহয়, মোক ইয়াৰ পৰা লৈ বলক।"

মোৰ আনন্দ হ'ল। মই কস্তুৰবাক ডাক্তৰৰ ঘৰৰ পৰা নিবলৈ স্থিৰ কৰিলোঁ। ডাক্তৰক মোৰ সংকল্প জনালোঁ। তেওঁ খঙত চিঞৰি উঠিল "আপুনি এজন কেনে কাঠচিতীয়া লোক!" তেতিয়া অলপ অলপ বৰষুণ হৈ আছিল। ডাৰবানৰ পৰা ফনিক্সলৈ ট্ৰেইনত যাব লগা আছিল আৰু তাৰ পৰাও ২½ মাইল বেয়া ৰাস্তাইদি গৈহে আমাৰ থকা ঠাই পায়গৈ। এইটো নিঃসন্দেহ যে মই এটা বৰ ভয়ৰ কাম কৰিছিলোঁ। কিন্তু মই ঈশ্বৰত বিশ্বাস ৰাখি মোৰ কাম কৰি গৈছিলোঁ।

কস্তুৰবাক উৎসাহ দিব লগা নহৈছিল। আনহাতেদি তেওঁহে মোক সান্ত্বনা দি কৈছিল, "মোৰ একো নহয়, চিন্তা নকৰিবা।" কেবাদিনো একো ভাল পথ্য নথকাত, কস্তুৰবা খীনাই শুকাই অস্থিচৰ্ম্মসাৰ হৈছিল। ষ্টেচন প্লেটফৰম্‌খন বৰ ডাঙৰ আছিল। ৰিক্সা ভিতৰলৈ নিব নোৱাৰাত ট্ৰেইনত উঠিবলৈ কিছুদূৰ খোজকাঢ়ি যাব লগা হৈছিল। গতিকে, তেওঁক মই কোলাত তুলি নি ৰেলত তুলিলোঁ। ফনিক্সৰ পৰা তেওঁক আনি এখন গাড়ীতকৈ

নিলোঁ। তাত তেওঁ 'হাইড্রপেথিক' চিকিৎসাত ক্রমে বল পাবলৈ ধৰিলে।

আমি ফনিক্স পোৱাৰ দুই তিনদিন পিছতে, এজন স্বামী আমাৰ তালৈ আহিছিল। আমি দৃঢ়ভাবে ডাক্তৰৰ পৰামর্শ অগ্রাহ্য কৰাৰ কথা শুনি তেওঁ আমাৰ প্রতি সহানুভূতিৰে আমাক বুজাবলৈ আহিছিল। মনু সংহিতাৰ শ্লোক আবৃত্তি কৰি তেওঁ দেখুৱাব খুজিলে যে, মাংস খোৱাত ধর্ম্মৰ ফালৰ পৰা কোনো হানি নাই। মই জানিছিলো যে মনুস্মৃতিৰ এই শ্লোক বিলাক কিছুমান প্রক্ষিপ্ত। কিন্তু কস্তুৰবাৰ বিশ্বাস অচল অটল আছিল। তেওঁ শাস্ত্রৰ কথা নেজানিছিল; কিন্তু পূর্ব্ব পুৰুষৰ পৰা মানি অহা ধর্ম্মই তেওঁৰ কাৰণে আছিল যথেষ্ট। তেওঁ কলে, "স্বামীজী, আপুনি যিহকে নকওক "বিফ-টি" খাই মই ভাল হ'ব নোখোজোঁ। অনুগ্রহ কৰি মোক এই বিষয়ে আৰু নকব। যদি ইচ্ছা কৰে এই বিষয়ে মোৰ স্বামী বা লৰাছোৱালী হঁতৰ লগত কথা হ'ব পাৰে। কিন্তু মোৰ মন মই বান্ধি লৈছোঁ।"

কিন্তু অস্ত্রোপচাৰৰ পিছত কিছুদিন ভালে থকাৰ পিছৰ পৰা তেওঁৰ আকৌ তেজ গৈ থাকিবলৈ আৰম্ভ হৈছিল। বেমাৰটো কোনোমতে ভাল নহৈছিল। যেতিয়া একোতেই ভাল নোহোৱা হ'ল মই কস্তুৰবাক লোণ আৰু মাহ খাবলৈ এৰি দিবলৈ অনুৰোধ কৰিলোঁ। কিন্তু তেওঁ ৰাজী নহয়। তেওঁ মোক কলে যে, মোক যদি কোনোবাই এই কেইটা বস্তু এৰি দিবলৈ পৰামর্শ দিয়ে ময়ো নোৱাৰিম। মই দুখ পালো, ভালো লাগিল। ভাল লাগিল এই কাৰণেই যে, মই তেওঁৰ প্রতি মোৰ ভালপোৱা দেখুৱাবলৈ এটা সুযোগ ওলাল। মই ক'লো "তুমি ভুল কৰিছা। মোৰ যদি অসুখ হ'লহেতেন আৰু ডাক্তৰে মোক এই কিটা বস্তু এৰি দিবলৈ ক'লেহেতেন, মই দ্বিধা নকৰাকৈয়ে এৰি দিলোঁহেঁতেন। সি যি নহওক এতিয়া ডাক্তৰৰ পৰামর্শ নোলোৱাকৈয়ে তুমি এবায় বা

নেবায় মই হলে এবছৰৰ কাৰণে নিমখ আৰু মাহ এৰি দিলোঁ।”

তেওঁ মৰ্ম্মাহত হ’ল আৰু গভীৰ দুখত ক’লে, “মোক ক্ষমা কৰা, তোমাৰ কথাবতৰা জানি শুনি মই তোমাক জোকাব নেলাগিছিল। এই কিটা বস্তু এৰিবলৈ মই প্ৰতিজ্ঞা কৰিলোঁ। কিন্তু ঈশ্বৰৰ নামত কৈছো; তোমাৰ সঙ্কল্প তুমি ঘুৰাই লোৱা। নহলে মই বৰ কষ্ট পাম।”

“এই কিটা বস্তু এৰি তুমি বৰ ভাল কৰিলা। মোৰ অলপো সন্দেহ নাই যে লোণ আৰু মাহ নেখালে তোমাৰ উপকাৰ হ’ব ; আৰু মোৰ কথা হৈছে যে এবাৰ এটা প্ৰতিজ্ঞা কৰি মই তাক ভঙ্গ কৰিব নোৱাৰোঁ। ইয়াৰ পৰা মোৰো উপকাৰহে হ’ব। কিয়নো, যি কাৰণতেই নকৰোক সকলো আত্ম নিয়ন্ত্ৰণেই মানুহৰ কাৰণে ভাল। গতিকে, তুমি মোক মোৰ কথা মতে চলিবলৈ এৰি দিয়া। এইটো মোৰ কাৰণে এটা পৰীক্ষা হ’ব আৰু তোমাৰ সঙ্কল্প ৰক্ষাত তোমাৰ কাৰণে এটা নৈতিক সহায় হ’ব।” গতিকে, তেওঁ মোক বাদ দিলে। “তুমি বৰ গোঁৱাৰ, কাৰো কথা তুমি নুশুনা।” এই বুলি কৈ চকুলো টুকি তেওঁ সান্ত্বনা ললে। কস্তুৰবা বেগাই ভাল হ’বলৈ ধৰিলে। তেজ পৰা সম্পূৰ্ণ বন্ধ হ’ল। বেজ হিচাপে মোৰ যশস্যা আৰু অলপ বাঢ়িল।

১৯০৬ চনত মই ব্ৰহ্মচৰ্য্যৰ ব্ৰত গ্ৰহণ কৰোঁ। মই বুজিলোঁ যে যি প্ৰাণঢালি মানুহৰ সেৱা কৰিব খোজে, তেওঁৰ ব্ৰহ্মচৰ্য্য নহলে নহয়। মোৰ বিশ্বাস হৈছিল যে মই যি ধৰণৰ কাম কৰিছোঁ, সেই ধৰণৰ কাম বোচকৈ কৰিবলৈ পাব লাগে। মই বুজিছিলো যে, পাৰিবাৰিক জীৱনৰ আনন্দ লাভ কৰি, সন্তান উৎপাদন আৰু পালনত ব্যস্ত থাকিলে সেই কামৰ মই লায়ক হ’ব নোৱাৰিম। একেষাৰতে ক’ব লাগিলে শৰীৰৰ আৰু আত্মাৰ দুয়োটাৰে জীৱন একেলগে যাপন কৰিব নোৱাৰিম বুলি বুজিলোঁ।

সঙ্কল্পটো লোৱাৰ সময়ত মই কস্তুৰবাৰ লগত পৰামৰ্শ কৰিলোঁ। তেওঁৰ কোনো আপত্তি নাছিল।

ঈশ্বৰৰ পবিত্ৰাণ কৰা শক্তিৰ ওপৰত বিশ্বাস ৰাখি মই এই ব্ৰত গ্ৰহণ কৰিলোঁ।

যি দিনাৰ পৰাই মই ব্ৰহ্মচৰ্য্য ললোঁ, সেই দিনাৰ পৰা আমাৰ স্বাধীনতা আৰম্ভ হ'ল। মোৰ ঘৈণী তেওঁৰ প্ৰভু বা গৰাকী হিচাবে মোৰ কৰ্তৃত্বৰ পৰা মুক্ত হ'ল, আৰু মই মুক্ত হ'লো মোৰ শৰীৰৰ যি ক্ষুধা তেওঁ সন্তুষ্ট কৰিব লগা হৈছিল, তাৰ দাসত্বৰ পৰা। যি অৰ্থত কস্তুৰবাৰ প্ৰতি মোৰ আকৰ্ষণ আছিল সেই অৰ্থত আন কোনো তিৰোতাৰ প্ৰতি মোৰ আকৰ্ষণ নাছিল। স্বামী হিচাবে মই অতি বিশ্বাসী আছিলোঁ। আন তিৰোতাৰ প্ৰতি অনুৰক্ত নহবলৈ মই মোৰ আইৰ ওচৰত কৰা প্ৰতিজ্ঞাৰ প্ৰতিও মই অতিশয় বিশ্বাসী আছিলোঁ। কিন্তু মই যি ধৰণেৰে ব্ৰহ্মচৰ্য্য ললোঁ তাৰ ফলত মই তিৰোতাৰ প্ৰতি প্ৰবল ভাবে আকৃষ্ট হ'লোঁ মানুহজাতিৰ মাতৃ হিচাবে। মোৰ কাৰণে তিৰোতা ইমান পবিত্ৰ হৈ উঠিল যে, শাৰীৰিক প্ৰেমৰ ভাৱ তাত থাকিব নোৱাৰা হ'ল। গতিকে প্ৰতি গৰাকী তিৰোতা মোৰ ভনী বা জীব দৰে হ'ল।

দক্ষিণ আফ্ৰিকাৰ প্ৰথম সত্যাগ্ৰহৰ সময়ত কস্তুৰবাই মোক ক'লে, "মই দুখ পাইছো যে তুমি মোক এই বিষয়ে কোৱা নাই। মোৰ গাত কি দোষ আছে যে মই জেললৈ যোৱাৰ অলায়ক? তুমি আনক যি ৰাস্তালৈ মাতিছা ময়ো সেই ৰাস্তালৈ যাব খোজো।"

"তুমি জানা যে মই তোমাক দুখ দিব নোৱাৰোঁ। তোমাক অবিশ্বাস কৰাৰ কথাও ইয়াত নাই। তুমি জেললৈ গলে মই বৰ ভালেই পাম। কিন্তু এইটো হ'ব নালাগে যে তুমি মোৰ কথামতেহে জেললৈ গৈছা। এনে বিলাক বিষয়ত প্ৰত্যেকে নিজৰ সাহ আৰু বলৰ ওপৰত নিৰ্ভৰ কৰা উচিত। মই যদি তোমাক ক'লোহেতেন তেন্তে কেৱল মোৰ অনুৰোধ ৰাখিবলৈকে হয়তো তুমি জেললৈ যাব খুজিলাহেতেন। তেতিয়া যদি তুমি গৈ আদালতত কঁপিবলৈ ধৰা বা জেলত কষ্ট দেখি ভয় পোৱা তেন্তে তোমাক মই দোষ দিব নোৱাৰিম।

কিন্তু মোৰ কি হ'ল হেতেন? মই কেনেকৈ তোমাক ৰাখিলোঁ-হেতেন বা মানুহৰ আগত মুখ দেখুৱালোহেতেন। এনেবিলাক আশঙ্কাত হে মই তোমাক জেললৈ যোৱাৰ কথা কোৱা নাছিলোঁ।"

তেওঁ কলে, "যদি জেলৰ কষ্ট সহিব নোৱাৰি মই লিখি দি আহোঁ, তেন্তে তুমি মোৰ লগত সম্পৰ্ক নেৰাখিবা। যদি তুমি কষ্ট সহিব পাৰা, ল'ৰাইঁতে পাৰে তেন্তে মই নোৱাৰিম কিয়? মই আন্দোলনত যোগ দিমেই।"

ৰাজকোট সত্যাগ্ৰহত মোৰ ঘৈণীয়ে যোগ দিয়া সম্পৰ্কে মই আলোচনা কৰিবলৈ ইচ্ছা কৰা নাছিলোঁ। কিন্তু তেওঁ তাত যোগ দিয়া সম্পৰ্কে যি নিষ্ঠুৰ সমালোচনা হৈছে তাৰ কাৰণে দু-আষাৰ কোৱা প্ৰয়োজন হৈছে।

তেওঁ এই সত্যাগ্ৰহত যোগ দিয়াৰ কথা মোৰ মনত খেলোৱা নাছিল। কিয়নো, আন যি নহওক তেওঁ ইমান বুঢ়া হৈছিল যে, এনে কষ্ট তেওঁৰ কাৰণে নাছিল। সমালোচক সকলে আচৰিত যেন পালেও, তেওঁলোকে মোৰ এই কথাত বিশ্বাস কৰিব লাগিব যে, কস্তুৰবা যদিও নিৰক্ষৰ আছিল তথাপি বহুত বছৰৰ পৰা তেওঁ যি ইচ্ছা তাকে কৰিবলৈ সম্পূৰ্ণ স্বাধীন আছিল। দক্ষিণ আফ্ৰিকা বা ভাৰতবৰ্ষত যোতয়া তেওঁ সত্যাগ্ৰহত যোগ দিয়ে, তেতিয়া তেওঁ নিজৰ অন্তৰৰ আহ্বানতে যোগ দিছিল। এই বাৰো সেয়ে আছিল। যেতিয়া তেওঁ মনিবেনৰ গ্ৰেপ্তাৰৰ কথা শুনিলে, তেওঁ ৰ'ব নোৱৰা হ'ল আৰু তেওঁক যাবলৈ দিবলৈ মোক ক'লে। মই কলো যে তেওঁ বৰ দুৰ্ব্বল। দিল্লীত গা ধোৱা ঘৰত সেই সময়তে এদিন তেওঁ মূৰ্চ্ছা গৈছিল আৰু দেৱদাসৰ প্ৰত্যুৎপন্ন মতিৰ অবিহনে তেতিয়াই হয়তো তেওঁৰ মৃত্যু হ'লহেতেন। তেওঁ কলে যে তেওঁ সেই বিলাক নেভাবে। মই তেতিয়া ছৰ্দ্দাৰক সুধিবলৈ কলোঁ। তেওঁ কস্তুৰবা ৰাজকোটলৈ যোৱাৰ কথা শুনিব খোজা নাছিল। কিন্তু এইবাৰ তেওঁৰ হিয়া গলিল। ৰেচিডেণ্টৰ প্ৰৰোচনাত ঠাকুৰ চাহাবে বিশ্বাস ভঙ্গ কৰাত

মোৰ যি দুখ হৈছিল, দুৰ্দ্দাবে মোৰ সেই দুখ দেখিছিল। কস্তুৰবা ৰাজকোটৰ জীয়ৰী। তেওঁ অন্তৰৰ আহ্বান শুনিছিল। ৰাজ্যৰ মতা তিৰোতাৰ স্বাধীনতাৰ কাৰণে ৰাজকোটৰ জীয়াৰী সকলে যেতিয়া নিৰ্য্যাতন ভুগিছিল তেতিয়া কস্তুৰবা নীৰবে থাকিব নোৱাৰিছিল।

কস্তুৰবাৰ এটা ডাঙৰ গুণ যথেষ্ট পৰিমাণে আছিল। বেচিভাগ হিন্দু তিৰোতাৰে এই গুণটো কিছু পৰিমাণে থাকে। গুণটো হৈছে এই —মই যিটো বাটেদি আগবাঢ়িছিলোঁ, জানিবা বা নেজানি, সজ্ঞানে বা অজ্ঞানে তেৱো সেই বাটেদি গৈ নিজক সৌভাগ্যৱতী বুলি ভাবিছিল।

তেওঁ বৰ দৃঢ় মনৰ তিৰোতা আছিল। প্ৰথম অৱস্থাত মই ইয়াক গোঁৱাৰামি বুলি ভাবিছিলোঁ। কিন্তু দৃঢ়তাৰ গুণত অহিংস অসহযোগৰ কথাত আৰু অধ্যৱসায়ত তেওঁ মোৰ শিক্ষক হৈ পৰিছিল। যদিও তেওঁ কেবাবাৰো ফাটেক খাটিছিল, তথাপি সকলো সুখ স্বচ্ছন্দতাৰ সুবিধা পায়ো এই বাৰৰ ( ১৯৪২-৪৪ ) ফাটেক তেওঁ সহ্য কৰিব পৰা নাছিল। মই তেওঁক আশ্বাস দিছিলোঁ যে, গভৰ্ণমেণ্টে মোৰ অহিংসাত বিশ্বাস কৰে আৰু ই নিজে গ্ৰেপ্তাৰ নহলে, তেওঁলোকে মোক গ্ৰেপ্তাৰ নকৰে। প্ৰকৃত পক্ষে তেওঁ ইমান চক্ খালে যে মোৰ গ্ৰেপ্তাৰৰ পিছত তেওঁৰ ডায়েৰীয়া হ'ল। ডাঃ সুশীলা নায়াৰৰ যত্নৰ অবিহনে তেওঁ মোৰ লগলৈ অহাৰ আগতে হয়তো প্ৰাণ এৰিলেহেতেন। মোৰ উপস্থিতিয়ে তেওঁক সান্ত্বনা দিলে আৰু ডায়েৰীয়াৰ আন একো ঔষধ নিদিয়াকৈয়ে ভাল হ'ল। কিন্তু তেওঁৰ তিক্ততা নকমিল। শৰীৰ ক্ষয় হবলৈ ধৰিলে। জীৱন্ত কষ্টৰ পৰা ৰেহাই দিয়া হিচাপে তেওঁৰ কাৰণে মই মৃত্যুকে ভাল বুলি ভাবিছিলোঁ, যদিও তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ অভাৱ অনুভৱ যিমান কৈ কৰা উচিত বুলি ভাবিছিলোঁ, তাতকৈ বেচিকৈ সেই অভাৱ অনুভৱ কৰিছোঁ। আমি সাধাৰণ দম্পতীৰ বাহিৰৰ। আমাৰ জীৱন আছিল সুখৰ, সন্তোষৰ আৰু উন্নতিৰ।

# সমাজবাদ কি?

"সত্যপৰায়ণ, অহিংসাবাদী আৰু পবিত্ৰ অন্তঃকৰণৰ সমাজবাদী সকলেহে কেৱল, ভাৰতবৰ্ষত তথা পৃথিৱীত সমাজবাদী সমাজ ৰচনা কৰিবলৈ সমৰ্থ হ'ব। মই জনাত পৃথিৱীৰ কোনো দেশতে প্ৰকৃত সমাজবাদী ৰাষ্ট্ৰ প্ৰতিষ্ঠা হোৱা নাই।"

সমাজবাদ এটি সুন্দৰ শব্দ। মই যিমানদূৰ বুজো সমাজবাদত সমাজৰ প্ৰত্যেক জনেই সমান—কোনো তলত নহয়, কোনো ওপৰতো নহয়। ব্যক্তিগত ক্ষেত্ৰত মূৰটো শৰীৰৰ একেবাৰে ওপৰৰ অংশত অৱস্থিত কাৰণে তাৰ স্থান উচ্চ আৰু ভৰিৰ তলুৱা কেখনে মাটি চুই আছে কাৰণে তাৰ স্থান নিম্ন এনে নহয়। ব্যক্তিগত শৰীৰৰ সকলো সদস্য অৰ্থাৎ শৰীৰৰ অঙ্গপ্ৰত্যঙ্গ সমূহ যিদৰে সমান সেইদৰে সমাজৰ সকলো সদস্য সমান। এয়ে সমাজবাদ।

ইয়াত ৰজা প্ৰজা, ধনী দুখী, মালিক বনুৱা সকলো একেটা স্তৰত। ধৰ্ম্মজগতৰ ভাষাৰে কবলৈ গলে সমাজবাদত দ্বৈতবাদৰ স্থান নাই। ই সম্পূৰ্ণভাবে অদ্বৈতবাদ। গোটেই পৃথিৱীতে সমাজৰ পিনে চকুফুৰালে দেখা যায় দ্বৈত বা বহুত্বৰ বাহিৰে আন একো নাই। একতাৰ অভাৱ সুস্পষ্ট। এইজন উচ্চ সিজন নীচ, ইজন হিন্দু, সিজন মুছলমান, তৃতীয় জন খৃষ্টান, চতুৰ্থ জন পাৰ্চী, পঞ্চম জন শিখ, ষষ্ঠজন ইহুদী ইত্যাদি। এই ভাগ বিলাকৰ প্ৰত্যেকটো ভাগেই আকৌ বহুতো ভাগত বিভক্ত। মোৰ একতাৰ ধাৰণাত 'ডিজাইন'ৰ বিচিত্ৰতা আছে যদিও সম্পূৰ্ণ ঐক্য বিৰাজ কৰিছে।

এনে এটা অৱস্থাত উপনীত হ'বৰ কাৰণে সকলো সমাজবাদী নোহোৱালৈকে আমি কোনো চেষ্টা কৰাৰ আৱশ্যকতা নাই তেনে ধৰণৰ দাৰ্শনিক মনোভাৱ নৰখাই ভাল। আমাৰ নিজৰ জীৱনৰ পৰিবৰ্ত্তন নকৰাকৈয়ে আমি সেই বিষয়ে বক্তৃতা দি ফুৰিব পাৰোঁ, সংগঠন কৰিব পাৰোঁ, সমুখত পৰিলে শেনে চিকাৰ থপিওৱাৰ নিচিনাকৈ থপিয়ায় ফুৰিব পাৰোঁ। ই সমাজবাদ নহয়। যিমানেই চিকাৰৰ দৰে আমি ইয়াৰ পিছে পিছে খেদিম সিমানে ই আমাৰ পৰা আতঁৰি যাব।

আদৰ্শ নিষ্ঠাৰে গ্ৰহণ কৰা প্ৰথম জন মানুহ লৈয়েই সমাজবাদ আৰম্ভ হ'ব পাৰে। যদি এনে কোনো এজনো ওলায় তেন্তে তুমি তেনে একৰ পিঠিত এটা শূন্য যোগ দিলে তাৰ মূল্য দহ গুণ বাঢ়িব আৰু পাছত তাৰ পিঠিত দিয়া প্ৰতিটো শূন্যই আগৰ সংখ্যাটোৰ দহ গুণ বৃদ্ধি বুজাব। যদি শূন্য এটাৰে আৰম্ভ কৰা হয় বা আন কথাত কবলৈ গলে কোনো এজনেও আৰম্ভই নকৰে তেন্তে শূন্যৰ পিঠিত যিমানে শূন্য যোগ কৰা নেযাওক কিয় তাৰ মূল্য শূন্যই হৈ থাকিব। এই শূন্যবোৰ লিখোঁতে অযথা সময় আৰু কাগজৰ অপচয়হে হব মাথোন।

এই সমাজবাদ স্ফটিকৰ দৰে স্বচ্ছ পবিত্ৰ। সেইকাৰণে ইয়াক প্ৰতিষ্ঠা কৰিবলৈও স্ফটিকৰ দৰে নিৰ্ম্মল পবিত্ৰ উপায়ৰ প্ৰয়োজন। অপবিত্ৰ উপায়েৰে লাভ কৰা উদ্দেশ্যও অপবিত্ৰ হ'বলৈ বাধ্য। সেই কাৰণে ৰজা সকলৰ শিৰশ্ছেদ কৰি ৰজা আৰু প্ৰজাৰ মাজত সমতা স্থাপন কৰিব নোৱাৰি। সেইদৰে কটাকটি প্ৰথাৰে মালিক বনুৱাৰ মাজতো সমতা স্থাপন কৰিব নোৱাৰি। অসত্য উপায়ে সত্যত উপনীত হ'ব নোৱাৰি। সৎ আচৰণৰ দ্বাৰা কেৱল সত্য লাভ কৰিব পাৰি। সত্য আৰু অহিংসা দুয়ো যঁজা নহয়নে? উত্তৰত জোৰেৰে ক'ব লাগিব "নহয়"। অহিংসা সত্যত নিহিত আছে আৰু সেইদৰে সত্যও অহিংসাত নিহিত আছে।

সেইকাৰণে কোৱা হৈছে যে সত্য আৰু অহিংসা এটা মুদ্ৰাৰে দুটা পিঠি। এটাৰ পৰা আনটো পৃথক কৰিব নোৱাৰি। দুয়োপিনে মুদ্ৰাটো পঢ়িলে শব্দৰ বানান কিটা হয়তো পৃথক হ'ব, তাৰ মূল্য কিন্তু একেই থাকিব। সম্পূৰ্ণ পবিত্ৰতাৰ অবিহনে এই মঙ্গলময় অৱস্থা প্ৰাপ্ত হোৱা সম্ভৱ নহয়। মন আৰু শৰীৰত অপবিত্ৰতাক যদি তুমি আশ্ৰয় দিয়া তেন্তে তাৰ ফল স্বৰূপে তোমাৰ মাজত হিংসা আৰু অসত্যই বাঁহ লব।

সেইকাৰণে কেৱল সত্যপৰায়ণ, অসিংস আৰু পবিত্ৰ অন্তঃকৰণৰ সমাজবাদী এজনেহে ভাৰতবৰ্ষত তথা পৃথিবীত সমাজবাদী সমাজ প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হ'ব। মই জনাত প্ৰকৃত সমাজবাদী ৰাষ্ট্ৰ পৃথিবীৰ কোনো দেশতে এতিয়ালৈকে প্ৰতিষ্ঠা হোৱা নাই। ওপৰত উন্নুকিওৱা উপায় বিলাকৰ অবিহনে এনে এখন সমাজৰ অস্তিত্ব অসম্ভৱ।

হৰিজন; জুলাই ১৩, ১৯৪৭

# জীৱনৰ আইন

"মানুহে জানিশুনি সচেতন হৈ প্ৰেমৰ আইন মানি চলিবনে নাই মই নেজানো। কিন্তু সেই কথা চিন্তা কৰি আমি বিচলিত হ'ব নেলাগে। আমি গ্ৰহণ কৰেঁৰেই বা নকৰেঁায়েই মাধ্যাকৰ্ষণ শক্তিৰ দৰে প্ৰেমৰ শক্তিও সদায় কাৰ্য্যকৰী হৈ থাকিব।"

জানিয়েই হওক বা নেজানিয়েই হওক, দৈনন্দিন জীৱনত আমি পৰস্পৰৰ প্ৰতি অহিংস আচৰণ কৰোঁ। সুষ্ঠভাবে প্ৰতিষ্ঠিত সকলো সমাজৰে ভেটি হল অহিংসা। মই দেখিবলৈ পাইছো ধ্বংসৰ মাজতে জীৱনৰ ধাৰা প্ৰবাহিত হৈ আছে। সেই কাৰণে আমি নিশ্চিতভাবে ধৰি ল'ব পাৰোঁ যে, ধ্বংসৰ আইনতকৈ আন কিবা এখন উচ্চতৰ আইন আছে। কেৱল সেই আইনৰ অধীনতহে এনে এখন শৃঙ্খলাবদ্ধ সমাজৰ কল্পনা কৰা সম্ভৱ যত জীৱন যাপন কৰি ভাল লাগিব। যদি সেয়ে জীৱনৰ আইন হয় তেন্তে আমি আমাৰ দৈনন্দিন জীৱনতো তাক খটুৱাব লাগিব। য'তে বাধা পোৱা যায়, য'তে তুমি কোনো বিৰোধীৰ সম্মুখীন হোৱা ত'তে প্ৰেমৰে সৈতে তেওঁক জয় কৰা। স্থূলভাৱে মই মোৰ জীৱনত ইয়াক খটুৱাই চাইছো। সেইবুলি ইয়াৰ অৰ্থ এয়ে নহয় যে সকলো অসুবিধাৰ মীমাংসা হ'ল। মই কেৱল ইয়াকে দেখিছোঁ যে প্ৰেমৰ আইনে জবাব দিছে; ধ্বংসৰ আইনে কেতিয়াও দিয়া নাই।

অহিংসাৰ মানসিক অৱস্থা পাবলৈ হলে যথেষ্ট কষ্টসাধ্য শিক্ষাৰ আৱশ্যক। ভাল নেপালেও দৈনন্দিন জীৱনত এজন সৈনিকৰ

জীৱনৰ নিয়মানুবৰ্ত্তিতা ইয়াৰ কাৰণে প্ৰয়োজনীয় হয়। কিন্তু মই স্বীকাৰ কৰোঁ যে অন্তৰৰ সহযোগ নোহোৱাকৈ বাহ্যিক আচৰণ কেৱল এটা মুখাৰ দৰেহে হ'ব। ই পালন কৰোঁতাজনৰ আৰু আনবো অনিষ্টহে সাধন কৰিব। কায়, মন আৰু বাক্যৰ মাজত যেতিয়া উচিত সঙ্গতি ৰক্ষা হ'ব তেতিয়াহে কোনো বিকাৰ নথকা সম্পূৰ্ণ সুস্থ অৱস্থাত উপনীত হবগৈ পৰা যাব। কিন্তু ই সদায় এক তীব্ৰ মানসিক সংঘাতৰ প্ৰশ্ন। উদাহৰণ স্বৰূপে ধৰক, মোৰ যে খং উঠিব নোৱাৰে এনে নহয়, কিন্তু মই প্ৰায় সকলো অৱস্থাতে মোৰ অনুভূতি সমূহ বশত ৰখাত কৃতকাৰ্য্য হৈছো। ফল যিয়েই নহওক কিয় অহিংসাৰ আইনৰ অনুসৰণ কৰোঁতে মই অবিৰাম ভাবে আৰু জানি শুনি নিজৰ লগত এখন যুদ্ধ চলাই যাব লগা হৈছে। এনে যুদ্ধই যুদ্ধ কৰোতাজনক অধিকতৰ শক্তিশালী কৰে। অহিংসা বলীৰ অস্ত্ৰ। কিন্তু দুৰ্ব্বলৰ কাৰণে সহজতে ই ভণ্ডামি বা কপটতাত পৰিণত হ'ব পাৰে। ভয় আৰু প্ৰেম এই দুয়োটা পৰস্পৰ বিৰোধী শব্দ। প্ৰেমে প্ৰতিদান কি পোৱা গল বা নগল তালৈ ভ্ৰূক্ষেপ নৰখাকৈ নিজক বিলাই দিয়ে। প্ৰেমে পৃথিবীৰ লগত আৰু নিজৰে সৈতেও এক মল্লযুদ্ধ চলায় আৰু অৱশেষত আন সকলো অনুভূতিৰ ওপৰতে প্ৰভুত্ব বিস্তাৰ কৰে। মোৰ আৰু মোৰে সৈতে কাম কৰা সকলৰ দৈনন্দিন জীৱনৰ অভিজ্ঞতা এনে ধৰণৰ যে আমি যদি সত্য আৰু অহিংসাৰ আইনক জীৱনৰ এক মাত্ৰ আইন হিচাপে মানি চলিবলৈ দৃঢ় প্ৰতিজ্ঞ হওঁ তেন্তে প্ৰত্যেকটো সমস্যাৰে সমাধানৰ উপায় উলিয়াব পৰা যাব।

মোৰ মতে সত্য আৰু অহিংসা একেটা মুদ্ৰাৰে দুটা পিঠি। মানুহে জানি শুনি সচেতন হৈ প্ৰেমৰ আইন মানি চলিবনে নাই মই নেজানো। কিন্তু সেই কথা চিন্তা কৰি আমি বিচলিত হ'ব নেলাগে। আমি গ্ৰহণ কৰোৱেই বা নকৰোৱেই মাধ্যাকৰ্ষণৰ আইনৰ দৰে প্ৰেমৰ আইনে সদায় কাম কৰি থাকিব। প্ৰকৃতিৰ নানা

আইনৰ প্ৰয়োগ কৰি এজন বৈজ্ঞানিকে যেনেকৈ আচৰিত আচৰিত বস্তু উদ্ভাৱন কৰে তেনেকৈয়ে বৈজ্ঞানিক প্ৰণালীৰে প্ৰেমৰ আইনৰ প্ৰয়োগ কৰি এজন লোকে তাতোকৈ চমকপ্ৰদ আবিষ্কাৰ কৰিব পাৰে। কিয়নো, অহিংসাৰ শক্তি প্ৰকৃতিৰ আন শক্তিতকৈ, উদাহৰণ স্বৰূপে ধৰক বৈদ্যুতিক প্ৰবাহ, সহস্ৰগুণে বেচি সূক্ষ্ম আৰু আশ্চৰ্য্যজনক। যিজন লোকে আমাৰ কাৰণে প্ৰেমৰ আইন আবিষ্কাৰ কৰিছিল তেওঁ নিশ্চয় আধুনিক যুগৰ বৈজ্ঞানিক সকলতকৈ বহুত গুণে শ্ৰেষ্ঠ বৈজ্ঞানিক। এই আইনৰ অনুসন্ধানৰ ক্ষেত্ৰত আমি বেচি দূৰ আগবঢ়া নাই কাৰণে আমাৰ প্ৰত্যেকেই ইয়াৰ সকলো ফলাফল দেখা সম্ভৱ হোৱা নাই। যদি ই এটা ভ্ৰমাত্মক ধাৰণাও হয় তেঁনেকুৱা এটা ধাৰণাৰ বশৱৰ্ত্তী হৈয়ে মই কাম কৰি আছোঁ। এই আইন খটুৱাই যিমান বেচি পৰিমাণে মই কাম কৰোঁ তিমানেই বেচিকৈ মই জীৱনত বিশ্ব সৃষ্টিৰ আচৰিত আনন্দ অনুভৱ কৰোঁ। ই মোক এনে শান্তি দিয়ে আৰু প্ৰকৃতিৰ ৰহস্য সমূহৰ অৰ্থ বুজায় যে তাক বৰ্ণনা কৰিবৰ মোৰ শক্তি নাই।

ইয়ং ইণ্ডিয়া, ১৯ মাৰ্চ্চ
১৯৩১ চন

# সৰল জীৱন আৰু উচ্চ চিন্তা

**যি মুহূৰ্ত্তৰ পৰা মানুহে নিজৰ দৈনন্দিন জীৱনৰ প্ৰয়োজনীয় সামগ্ৰীৰ সংখ্যা বঢ়াবলৈ চেষ্টা কৰে সেই মুহূৰ্ত্তৰ পৰা তেওঁ "সৰল জীৱন যাপন আৰু উচ্চচিন্তা" এই আদৰ্শ অনুসৰণৰ পথৰ পৰা স্খলিত হয়।"**

"এখন আদৰ্শ সমাজৰ ৰূপ এনেকুৱা—য'ত প্ৰত্যেকজন ব্যক্তিয়ে অতি কম পৰিশ্ৰম কৰি তেওঁৰ প্ৰয়োজনৰ মাত্ৰা যথেষ্ট পৰিমাণে বৰ্দ্ধিত এটা জীৱন যাপন কৰিবলৈ সমৰ্থ হ'ব।" আহমদাবাদৰ পৰা মোৰ এজন বন্ধুৱে ঠিক এনেদৰে লিখিছে। সূত্ৰটো বেচ আমোদজনক আৰু তাক সমৰ্থন কৰি দেখাত ভাল যেন লগা যি যুক্তি দিয়া হৈছে বহুতেই হয়তো সেই যুক্তি সমৰ্থন কৰিব। এই পৃথিবীৰ প্ৰতিজন লোকে যিমান পাৰে কম পৰিশ্ৰম কৰি যিমান দূৰ সম্ভৱ উচ্চ মানৰ এটা জীৱন যাপন কৰিবলৈ পোৱা উচিত। —এই আষাৰ বেজিৰ জলঙাৰে উট এটা সৰকোৱাৰ নিচিনা অবান্তৰ কথা। লিখোঁতা গৰাকীৰ উচ্চমানৰ জীৱনৰ মানে বিলাসী জীৱন যাপনৰ ধাৰণা যেন অনুমান হয়। কোনো সমাজতে প্ৰতিজনৰ কাৰণে তেনে এটা মানৰ সৃষ্টি কৰাটো অসম্ভৱ কথা। বিলাসীতাৰ যেতিয়া কোনো সীমাই নাই, আমি ক'ত সীমাৰেখা টানিম? পৃথিবীৰ সকলো ধৰ্ম্ম-শাস্ত্ৰই ঠিক ইয়াৰ বিপৰীতেহে শিক্ষা দিছে। "সৰল জীৱন যাপন আৰু উচ্চ চিন্তা" সকলো ধৰ্ম্মই এই আদৰ্শ আমাৰ সমুখত ডাঙি ধৰিছে। অলেখ মানুহে এই কথাষাৰৰ তাৎপৰ্য্য বুজে যদিও মানৱীয় দুৰ্ব্বলতাৰ কাৰণে সেইমতে চলিব নোৱাৰে। সি যি কি নহওক এনে এটা জীৱনৰ বিবেচনা সম্পূৰ্ণ সম্ভৱ। ভাৰতৰ কোটী কোটী

জনসাধাৰণৰ এটা নিৰ্দ্দিষ্ট উপাৰ্জ্জন যে থাকিব লাগে সেইটো সঁচা ; কিন্তু সেই উদ্দেশ্যে ডাঙৰ ডাঙৰ যন্ত্ৰপাতি কেবল অনাবশ্যকেই নহয়, সম্পূৰ্ণ ধ্বংসকাৰীও।

যি মুহূৰ্ত্তৰ পৰা মানুহে নিজৰ দৈনন্দিন জীৱনৰ প্ৰয়োজনীয় সামগ্ৰীৰ সংখ্যা বঢ়াব খোজে সেই মুহূৰ্ত্তৰ পৰা তেওঁ "সৰল জীৱন-যাপন আৰু উচ্চ চিন্তা" এই আদৰ্শ অনুসৰণৰ পথৰ পৰা স্খলিত হয়। বুৰঞ্জীয়ে এই কথাৰ যথেষ্ট প্ৰমাণ দিয়ে। মানুহৰ সুখ সাধাৰণতে মনৰ সন্তোষৰ ওপৰত নিৰ্ভৰ কৰে। যি জন স্বভাৱতে অসন্তোষীয়া তেওঁৰ যিমানেই সা সম্পত্তি নেথাকক কিয় তথাপি তেওঁ বাসনাৰ দাস হৈ পৰে। বাসনাৰ দাসত্বৰ দৰে দাসত্ব আন একো নাই। জ্ঞানী সকলে কয় যে মানুহ নিজেই নিজৰ যেনেকৈ পৰম শত্ৰু হ'ব পাৰে তেনেকৈ পৰম মিত্ৰও হ'ব পাৰে। মুক্ত হোৱা বা দাস হোৱা এই দুয়োটা কথা তেওঁৰ নিজৰ হাততে আছে। ব্যক্তিৰ ক্ষেত্ৰত যি কথা সঁচা, সমাজৰ ক্ষেত্ৰতো সেই কথা সঁচা।

হৰিজন

১, ফেব্ৰুৱাৰী, ১৯৪২ চন

# সভ্যতা

"এই সভ্যতা এনেকুৱা যে ধৈৰ্য্য ধৰি থকাৰহে কথা। সময়ত ই আপোনা আপুনি ধ্বংস হ'ব। মহম্মদৰ শিক্ষা অনুযায়ী এই সভ্যতাক চয়তানৰ সভ্যতা বুলি ভবা হয়। হিন্দুধৰ্ম্মই ইয়াক অন্ধকাৰ যুগ বোলে। এই সভ্যতাই ইংৰাজ জাতিৰ জীৱনীশক্তি খাই পেলাইছে। ইয়াক পৰিত্যাগ কৰিবই লাগিব।"

সভ্যতাৰ নামত যি চলিছে, কেবাগৰাকীও ইংৰাজ লিখকে তাক সভ্যতা বুলিবলৈ অস্বীকাৰ কৰে। এই বিষয়টোৰ ওপৰত অনেক গ্ৰন্থ লিখা হৈছে। সভ্যতাৰ কু-পৰিণতি বিলাকৰ পৰা জাতিক উদ্ধাৰ কৰিবৰ কাৰণে বহুতো 'চচাইটি' গঠন কৰা হৈছে। এজন বিশিষ্ট ইংৰাজ লিখকে "সভ্যতা : ইয়াৰ কাৰণ আৰু প্ৰতিকাৰ" নামে কিতাপ লিখিছে। সেই কিতাপত তেওঁ ইয়াক এটা বেমাৰ বুলিছে।

আধুনিক সভ্যতাই যি সকলক মদমত্ত কৰি ৰাখিছে তেওঁলোকে ইয়াৰ বিৰুদ্ধে লিখিব যেন নেলাগে। তেওঁলোকে ইয়াৰ পক্ষে যুক্তি আৰু তথ্য বিচাৰি উলিওৱাতহে বেচি মন দিয়ে। নিজৰ অজ্ঞাত সাৰে, সচা যেন ভাবিয়েই, তেওঁলোকে এই কাম কৰে। যেতিয়া এজন মানুহে সপোন দেখি থাকে, সাৰ নোপোৱালৈকে তেওঁৰ কাৰণে সেই সপোনেই সঁচা প্ৰতিপন্ন হয়। সভ্যতাৰ বিষাক্ত প্ৰভাৱত পৰি কাম কৰি থকা জন সপোন দেখা মানুহজনৰ দৰে। আমি সাধাৰণতে যি পঢ়িবলৈ পাও সি হৈছে আধুনিক সভ্যতাৰ পৃষ্ঠপোষক সকলৰ

কথা। অৱশ্যে, তেওঁলোকৰ ভিতৰত তীক্ষ্ণধী আৰু সাধুলোকো আছে। সিবিলাকৰ লিখনীয়ে আমাক মোহগ্ৰস্ত, বিভ্ৰান্ত কৰি পেলায়। এজন এজনকৈ আমি সেই সোঁতৰ চাকনৈয়াত সোমাই পৰো।

'সভ্যতা' শব্দটোৱে আছলতে কেনে এটা অৱস্থাৰ কথা বৰ্ণায় প্ৰথমতে সেইটো চোৱা যাওক। এই সভ্যতাৰ প্ৰকৃত পৰীক্ষা ইয়াতেই যে তাত বাস কৰা লোক সকলে শাৰীৰিক সুখস্বাচ্ছন্দ্যকে জীৱনৰ উদ্দেশ্য বুলি লয়। ইউৰোপৰ লোকসকলে আজি তেওঁলোকতকৈ এশবছৰৰ আগতে বাস কৰা লোকসকলতকৈ বহুত বেচি উন্নত ধৰণৰ ঘৰত বাস কৰে। ইয়াক সভ্যতাৰ নিদৰ্শন বুলি বিবেচনা কৰা হয়। ইও কেৱল এটা শাৰীৰিক স্বচ্ছন্দতাৰ কথা। আগতে তেওঁলোকে ছাল বাকলি পিন্ধিছিল আৰু যাঠি জোং অস্ত্ৰহিচাবে ব্যৱহাৰ কৰিছিল। এতিয়া তেওঁলোকে দীঘল দীঘল পেণ্ট পিন্ধে আৰু শৰীৰ সুশোভিত কৰিবৰ কাৰণে নানান ধৰণৰ পোছাক পিন্ধে। যাঠিৰ সলনি এতিয়া তেওঁলোকে পাচঁ বা তাতকৈ অধিক খলপা থকা বিভলভাৰ লৈ ফুৰে। কোনো এখন দেশৰ লোকে, যি সকলৰ এতিয়ালৈকে বৰ বেচি কাপোৰ কানি জোতা আদি পিন্ধাৰ অভ্যাস নাই, তেওঁলোকে যদি ইউৰোপীয় পোছাক গ্ৰহণ কৰে তেন্তে তেওঁলোকক বৰ্ব্বৰতাৰ পৰা সভ্য হোৱা বুলি ভবা হয়।

পুৰণি কালত ইউৰোপৰ মানুহে শাৰীৰিক শ্ৰমৰে মাটি চহাই-ছিল। পিছে এতিয়া এজন মানুহেই ষ্টীম ইঞ্জিনৰ সহায়েৰে বহুত খিনি মাটি অকলে চহাব পাৰে আৰু তাৰ জৰিয়তে বহুত ধন গোটাব পাৰে। ইয়াকো সভ্যতাৰ এটা চিন বোলা হয়। আগতে কেৱল এমুঠি মানুহেহে মূল্যবান কিতাপ লিখিব পাৰিছিল। এতিয়া যেয়ে সেয়ে যি মন যায় তাকে লিখি ছপাই উলিয়াই মানুহৰ মন বিষাক্ত কৰি তুলিব পাৰে। আগতে মানুহে গাড়ীৰে ই ঠাই সি ঠাই কৰিছিল। এতিয়া আকাশেদি উৰি যায় আৰু ৰেলৰে দৈনিক চাৰিশতকৈও অধিক মাইল পথ অতিক্ৰম কৰে। ইয়াক

সভ্যতাৰ মাপকাঠি হিচাবে বিবেচনা কৰা হয়। কোৱা হয় যে, মানুহে উন্নতি কৰি কৰি আকাশী জাহাজেৰে কেইঘণ্টামানৰ ভিতৰতে পৃথিবীৰ যি কোনো অংশতে উপস্থিত হবলৈ সমৰ্থ হ'ব। মানুহক আৰু তেওঁৰ হাত ভৰিৰ প্ৰয়োজন নোহোৱা হ'ব। এটা বুটাম টিপিলে সাজপোছাক আহি তেওঁলোকৰ ওচৰ পাবহি। আন এটা টিপিলে তেওঁলোকে খবৰৰ কাগজ পাব। তৃতীয়টোৰে তেওঁলোকলৈ মটৰ গাড়ী এখনে অপেক্ষা কৰি থাকিব। নানা ৰকমৰ সুস্বাদু খাদ্যৰ যোগান তেওঁলোকে পাব। এই সকলো যন্ত্ৰৰ সহায়েৰে সম্ভৱ হ'ব। আগতে মানুহে ইজনে সিজনৰ লগত যুদ্ধ কৰিব লগীয়া হ'লে পৰস্পৰৰ শাৰীৰিক শক্তিৰ হিচাব লৈছিল। কিন্তু এতিয়া পাহাৰৰ ওপৰৰ পৰা বন্দুকৰ সহায়েৰে এজন মানুহেই হাজাৰ জনৰ জীৱন ল'ব পাৰে। এয়ে সভ্যতা!

আগৰ দিনত মানুহে মুকলি বতাহত যিমান পৰ মন যায় সিমান পৰ কাম কৰিছিল। আজিকালি হাজাৰ হাজাৰ বনুৱা খনি বা ফেক্টৰীৰ কাম চলাই যাবৰ কাৰণে একেঠাইতে গোট খায়। তেওঁলোকৰ অৱস্থা জন্তুত কৈয়ো বেয়া। লাখপতি সকলৰ প্ৰয়োজনত নিজৰ জীৱন বিপন্ন কৰি তেওঁলোকে অতি বিপজ্জনক কামো কৰিবলৈ বাধ্য হয়। আগতে মানুহক শাৰীৰিক শক্তিৰ বলত দাস কৰা হৈছিল। এতিয়া তেওঁলোক টকাৰে কিনিব পৰা বিলাসিতাৰ আৰু টকাৰ প্ৰলোভনৰ দাস হৈছে। আগৰ মানুহে সপোনতো নভবা নানা ধৰণৰ বেমাৰআজাৰ আজিকালি ওলাইছে আৰু তাৰ কাৰণ নিৰ্ণয় কৰিবলৈ একোদল ডাক্তৰ সদায় নিযুক্ত হৈ আছে। ফলত হস্পিটেলৰ সংখ্যা বৃদ্ধি পাইছে। ' সভ্যতাৰ এইটো এটা পৰীক্ষা।

আগতে চিঠিপত্ৰৰ আদান প্ৰদানৰ নিমিত্তে বিশেষ দূতৰ প্ৰয়োজন হৈছিল আৰু তাৰ কাৰণে খৰছো বহুত হৈছিল। আজি যি কোনোৱে তেওঁৰ লগৰীয়া লোকক একপেনি খৰছ কৰি এখন চিঠি

লিখি গালি পাবিব পাৰে। অৱশ্যে, এই কথাও সঁচা যে সেই খবহতে এজনে তেওঁক ধন্যবাদো জনাব পাৰে। আগৰ দিনত মানুহে দিনে দিনে দুবাব বা তিনিবাৰ ঘৰত কৰা কটি আৰু তৰকাৰীৰে ভোজন কাৰ্য্য সমাপন কৰিছিল। আজিকালি তেওঁ-লোকক প্ৰতি দুঘণ্টাৰ মুৰে মুৰে কিবা নহয় কিবা এনেদৰে খাই থাকিবলৈ লাগে যে আন কামলৈ কদাচিৎ হে তেওঁলোকৰ সময় ওলায়। আৰুনো কিমান কম? কেইবাখনো এই বিষয়ে লিখা কিতাপৰ পৰা আপোনাসকলে এই বিলাক কথা সঁচা মিছা বিচাৰ কৰিব পাৰে। এই আটাইবিলাক সভ্যতাৰ প্ৰকৃত পৰীক্ষা। যদি কোনোবাই ইয়াৰ বিপৰীতে কয়, জানিব তেওঁ অজ্ঞ।

এই সভ্যতাই নৈতিকতা আৰু ধৰ্ম্ম সম্বন্ধে কোনো ভ্ৰূক্ষেপ নেৰাখে। এই সভ্যতাৰ পৃষ্ঠপোষকসকলে ধীৰ ভাবে এই কথা কয় যে ধৰ্ম্মৰ শিক্ষা দিয়া তেওঁলোকৰ কাম নহয়। কিছুমানে আনকি ইয়াক কুসংস্কাৰ বুলিও বিবেচনা কৰে। আন কিছুমানে আকৌ ধৰ্ম্মৰ মুখা পিন্ধি নৈতিকতাৰ সম্পৰ্কে অনৰ্থক কথা কয়। কিন্তু কুৰি বছৰৰ অভিজ্ঞতাৰ পিছত মই এই সিদ্ধান্তলৈ আহিছো যে, নৈতিকতাৰ নামত কিছুমান অনীতি শিকোৱা হয়। আন নেলাগে-এটি শিশুৱেও বুজিব পাৰিব যে, ওপৰত মই যিবিলাক কথা বৰ্ণনা কৰিছো তাত নৈতিকতাৰ প্ৰবৰ্ত্তন কোনোপধ্যে হ'ব নোৱাৰে। সভ্যতাই কেৱল শাৰীৰিক সুখ-স্বাচ্ছন্দ্য বৃদ্ধি কৰিবলৈ বিচাৰিছে যদিও সেই ক্ষেত্ৰতো ই শোক লগা ধৰণে অকৃতকাৰ্য্য হৈছে।

এই সভ্যতা এক প্ৰকাৰ অধৰ্ম্ম। ইউৰোপবাসীৰ ওপৰত এই সভ্যতাৰ প্ৰভাৱ এনেদৰে পৰিছে যে যিসকল ইয়াৰ ভিতৰত আছে তেওঁলোক আধা বলিয়াৰ নিচিনা। প্ৰকৃত শাৰীৰিক শক্তি বা সাহস তেওঁলোকৰ নাই। তেওঁলোকে মাদক দ্ৰব্য ব্যৱহাৰৰ সহায়ত নিজকে শক্তিমান বোলায়। নিৰ্জ্জনতাই তেওঁলোকক কদাচিৎ হে সুখী কৰিব পাৰে। নাৰীসকল যিসকল

ঘৰৰ সম্রাজ্ঞী বা গৃহৰাণী হোৱা উচিত তেওঁলোক বাটত ঘুৰি ফুৰে বা ফেক্টৰীৰ বনুৱা হয়। সামান্য উপাৰ্জনৰ কাৰণে অকল ইংলণ্ডৰে প্ৰায় আধা লক্ষ তিৰোতাই বিশেষ অসুবিধাৰ অৱস্থাত ফেক্টৰী বা আন তেনে অনুষ্ঠানত কাম কৰে। এই ভয়ানক অৱস্থাটোৱেই তিৰোতাৰ ভোটাধিকাৰৰ বাবে কৰা আন্দোলন দিনে দিনে বাঢ়ি অহাৰ কাৰণ।

এই সভ্যতা এনেকুৱা যে ধৈৰ্য্য ধৰাৰহে কথা। সময়ত ই আপোনা আপুনি ধ্বংস হ'ব। মহম্মদৰ শিক্ষা অনুযায়ী এই সভ্যতাক চয়তানৰ সভ্যতা বুলি ভবা হয়। হিন্দুধৰ্ম্মই ইয়াক অন্ধকাৰ যুগ বোলে। এই সভ্যতাই ইংৰাজ জাতিৰ জীৱনী শক্তি খাই পেলাইছে। ইয়াক পৰিত্যাগ কৰিবই লাগিব।

হিন্দ স্বৰাজ: ৬ষ্ঠ অধ্যায়
(১৯০৮ চন)

# মানুহৰ কৰ্ত্তব্য

"যিজন লোকে সেৱাক জীৱনত আটাইতকৈ উচ্চ স্থান দিছে তেওঁ নিজে অত্যন্ত নীতি পৰায়ণ নহৈ নোৱাৰে। কিয়নো, নৈতিক নীতিসমূহ মানি কাম কৰাৰ লগত জগতৰ হিতৰ কথাযাৰ ঘনিষ্ঠ ভাবে জড়িত আছে।"

নিঃস্বাৰ্থ ভাবে পৰৰ সেৱা কৰাই ধৰ্ম্ম। লোকৰ উপকাৰ কৰিবলৈ গৈহে মানুহে সেৱাৰ কাম কৰা উচিত, এনে নহয়—সেৱা মানুহৰ জীৱনৰে ধৰ্ম্ম। কিছুমান লোকে ভাবে যে নিজৰ সম্পৰ্কে যিবিলাক কথা সেই বিলাকত তেওঁলোকে নিজৰ ইচ্ছামতে যি ভাল পায় তাকে কৰিব পাৰে। কিন্তু দৰাচলতে এই পৃথিবীতে কোনেও এনে এটা কাম কৰিব নোৱাৰে, যি কামৰ ফল প্ৰত্যক্ষ বা পৰোক্ষ ভাবে সমাজৰ ওপৰত নপৰে।

প্ৰতিজনেই এইকথা মনত ৰখা উচিত যে অতি গোপনে কৰা চিন্তাবো অকল তেওঁৰ ওপৰতে নহয় আনৰ ওপৰতো প্ৰভাৱ পৰে। সেইকাৰণে তেওঁ মনৰ পৰা সকলো বেয়া চিন্তা আঁতৰাই মনক পবিত্ৰ চিন্তাৰ স্থান কৰিবৰ উদ্দেশ্যে আত্মসংযম কৰা উচিত। তেওঁ মনটোৰ নিচিনাকৈ শৰীৰটোকো পৰিস্কাৰ পৰিচ্ছন্ন আৰু কতো চেকা নলগাকৈ ৰখা উচিত। দৰাচলতে মানুহজন হৈছে তেওঁ পোষণ কৰা ভাবৰ পৰিণতি। যাৰ চিন্তাধাৰা যেনেকুৱা তেৱো তেনেকুৱাই হয়। সেই কাৰণে বেয়া হোৱাৰ পিনে যিমান বোৰ প্ৰলোভন আছে সেই সকলো জোৰেৰে দমন কৰিবই লাগিব। যি লোকে

সম্পূর্ণৰূপে তেওঁৰ ইন্দ্ৰিয় আৰু ৰিপু সমূহক দমন কৰিব পৰা নাই তেওঁৰ দ্বাৰা কোনো কাম নহয়।

যিজন লোকে তেওঁৰ মনটোত অকনো চেকা নলগাকৈ পবিত্ৰ কৰি ৰাখিছে, জীৱনৰ উদ্দেশ্য সম্বন্ধেও, তেওঁৰ এটা স্পষ্ট ধাৰণা থাকিব লাগে। যেনেকৈ সমুদ্ৰত দিকনিৰ্ণয়কাৰী যন্ত্ৰ নোহোৱাকৈ চলা নাওখনক ঢৌৱে অ'ত ত'ত খুন্দিয়ায় লৈ ফুৰি শেষত ধ্বংস কৰি পেলায়, সেইদৰে নিৰ্দ্দিষ্ট কোনো লক্ষ্য আগত নৰখাকৈ যি জনে জীৱন আৰম্ভ কৰে তেৰো নিজৰ শক্তি বিক্ষিপ্তভাবে অ'ত ত'ত অপচয় কৰি শেষত একেবাৰ ধ্বংস প্ৰাপ্ত হয়। ঈশ্বৰৰ পূজাই হৈছে পৰম লক্ষ্য। নৈতিক আইন মানি চলি ঈশ্বৰৰ কাম কৰা আৰু নিঃস্বাৰ্থভাবে মানুহৰ সেৱা কৰাটোৱেই হৈছে তেওঁৰ পূজাৰ শ্ৰেষ্ঠ প্ৰণালী। দুষ্ট আৰু কদাচাৰী হাজাৰ হাজাৰ মানুহে মিছাতে মুখত ঈশ্বৰৰ নাম লয়। ভাটৌ এটাকো ঈশ্বৰৰ নাম আওৰাবলৈ শিকাব পৰা যায়—সেইবুলি ভাটৌটোক কোনোবাই ঈশ্বৰ প্ৰেমিক বা ধাৰ্ম্মিক বুলি কবনে? সকলো মানুহে সকলো অৱস্থাতে পৰৰ সেৱা কৰা সম্ভৱ। যি জন লোকে সেৱাক জীৱনত আটাইতকৈ উচ্চ স্থান দিছে তেওঁ নিজে অত্যন্ত নীতিপৰায়ণ নহৈ নোৱাৰে। কিয়নো নৈতিক নীতি সমূহ মানি কাম কৰাৰ লগত জগতৰ হিতৰ কথাৰাৰ ঘনিষ্ঠ ভাবে জড়িত আছে।

মানুহৰ কামৰ বিচাৰ কৰোঁতে সদায় আমি এইটো লক্ষ্য ৰাখিব লাগিব যে সেই কামবিলাক জগতৰ মঙ্গলৰ কাৰণে অনুকুল হয়নে নহয়। ব্যৱসায়ীসকলে কিনোতাসকলৰ ওপৰত হেঁচা দি যাতে লাভ নলয় তালৈ লক্ষ্য ৰখা উচিত। ডাক্তৰ, উকীল এই সকলে নিজৰ উপাৰ্জ্জনৰ কথাত কৈ ৰেমাৰী আৰু মকেলৰ স্বাৰ্থৰ প্ৰতিহে মনোযোগ ৰখা প্ৰয়োজন। মাতৃয়ে তেওঁৰ সন্তান যাতে অযথা মৰমত বা আন প্ৰকাৰে নষ্ট নহয় তালৈ চকু ৰখা উচিত। অসৎ

উপায়ে ধন উপার্জ্জন কৰা চতুৰ বেপাৰী, ডাক্তৰ বা উকীল এজনতকৈ দুখীয়া নিৰক্ষৰ খেতিয়ক এজন অনেক গুণে শ্ৰেষ্ঠ। আমি এই কথা পাহৰা উচিত নহয় যে, আমাৰ ভিতৰৰ নীচতকৈও নীচ জনেও ওপৰত উল্লেখ কৰা নীতি মতে তেওঁৰ জীৱন পৰিচালিত কৰিব পাৰে। আনকি অতি নিঃকিন জনেও ধনদৌলত আৰু প্ৰতিষ্ঠাৰ সীমাবদ্ধতাৰ পৰা ওপৰলৈ উঠিব পাৰে। কাৰণ, এজন মানুহৰ মহত্ব তেওঁৰ সামাজিক স্থিতি বা ধনৰ ওপৰত নিৰ্ভৰ নকৰে—কৰে কেৱল তেওঁৰ জীৱন আৰু আচৰণৰ ওপৰত। এজন লোকৰ চৰিত্ৰ সম্পৰ্কে বিচাৰ কৰিবলৈ যাওঁতে তেওঁৰ অন্তঃকৰণে কেনেধৰণে কাম কৰে সেই বিষয়ে জানিব লাগিব। এজনে মগনীয়া এজনক তেওঁৰ সন্মুখৰ পৰা দূৰ কৰিবৰ কাৰণে টকা এটা দি বিদায় দিব পাৰে। আন এজনে কিন্তু প্ৰেম আৰু পুতৌৰ বশৱৰ্ত্তী হৈ মগনীয়াটোক চাবি অনা পইছাও দিব পাৰে। এই দুজনৰ ভিতৰত পিছৰ জন নিঃসন্দেহে ভাল মানুহ যদিও তেওঁ মগনীয়াজনক আগৰজন মানুহতকৈ যথেষ্ট কম পইছাহে দিছে।

মুঠৰ ওপৰত কবলৈ গ'লে সেই মানুহ জনকে আমি প্ৰকৃত ধাৰ্ম্মিক আৰু নীতিপৰায়ণ বুলিম যি জনৰ মন ঘৃণা আৰু স্বাৰ্থপৰতাৰ দ্বাৰা কলুষিত হোৱা নাই। যাৰ জীৱন সম্পূৰ্ণ পবিত্ৰতা আৰু নিস্বাৰ্থ সেৱাৰ দ্বাৰা পৰিচালিত হৈছে অকল সেইজনকহে প্ৰকৃততে আমি ধনী বা সুখী লোক বুলিব পাৰোঁ। এনেলোক সকলেহে মানুহজাতিৰ উপকাৰ সাধিব পাৰে। কাৰণ সত্যাই হৈছে সকলো মঙ্গল আৰু মহত্বৰ মূল ভেটি। মানৱতাৰ প্ৰকৃত সেৱকৰ কাৰণে, কি ভাৱে সেৱা কৰা হ'ব, সেই প্ৰশ্নটোৱেই মুঠে।

যেতিয়া নৈতিক আইনৰ মহিমা আমি উপলব্ধি কৰিব পাৰিম তেতিয়া দেখিম যে সুখ বা দুখ, আমাৰ স্বাস্থ্য, যশস্তা, কৃতকাৰ্য্যতা ইত্যাদি কথা বিলাকৰ ওপৰত ই কিমান কম নিৰ্ভৰ কৰে। ইমাৰচনে কথাষাৰ ধুনীয়াকৈ এইদৰে কৈছে যে—"সাধুলোকে

ভোগা দুখকষ্টয়ো তেওঁলোকৰ সুখৰ কাৰণে ৰবগুনি যোগায়, আনহাতে অসৎ লোকৰ ধন মান যশো তেওঁলোকৰ আৰু পৃথিবীৰ দুখকষ্টৰ কাৰণ হয়।”

পোনতে ঈশ্বৰৰ ৰাজ্য আৰু সিজনাৰ ন্যায়পৰায়ণতাৰ অনুসন্ধান কৰা—আনকথা বিলাক তুমি এনেয়ে পাবা।

‘এথিকেল ৰিলিজন’
পৃষ্ঠা ৫৯

# অপৰিগ্ৰহ বা দৰিদ্ৰতা

ধনী সকলে তেওঁলোকৰ প্ৰয়োজনত নহা অনাবশ্যকীয় বহুতো বস্তু জমা ৰাখে। ইফালে লক্ষ লক্ষ লোকে খোৱা বস্তুৰ অভাৱত মৃত্যুৰ মুখত পৰে। যদি প্ৰতিজন লোকে তেওঁক যিমানখিনি লাগে সিমানখিনিহে কেৱল ৰাখিলেহেতেন, তেতিয়াহলে কাৰো অভাৱ নেথাকিলহেতেন আৰু সকলোৱে সুখে সন্তোষে বাস কৰিব পাৰিলেহেতেন।

পৰিগ্ৰহ মানে ভবিষ্যতৰ কাৰণে সঞ্চয় কৰা বুজায়। সত্যৰ অন্বেষণকাৰী আৰু প্ৰেমৰ আইনৰ অনুসৰণকাৰী জনে অহা কালিৰ কাৰণে একো বস্তু জমা ৰাখিব নোৱাৰে। ঈশ্বৰে কালিৰ কাৰণে একো জমা নকৰে। এই মুহূৰ্ত্তৰ কাৰণে যিখিনি মাথোন লাগে তাতকৈ বেচিকৈ তেওঁ সৃষ্টিও নকৰে। সেই কাৰণে যদি আমি বিধিৰ বিধানৰ ওপৰত বিশ্বাসেৰে নিৰ্ভৰ কৰোঁ তেন্তে এই বুলি নিশ্চিন্ত থাকিব পাৰোঁ যে, তেওঁ আমাক দৈনিক আহাৰৰ যোগান দিব অৰ্থাৎ আমাৰ যি প্ৰয়োজন সকলো পূৰাব। যি সকল সাধু মহাত্মাই এনে বিশ্বাস লৈ জীৱন নিৰ্ব্বাহ কৰে, সেইসকলে তেওঁলোকৰ জীৱনৰ অভিজ্ঞতাৰ পৰাই এই কথাষাৰৰ সত্যতা প্ৰতিপন্ন কৰিছে। সেই স্বৰ্গীয় নিয়মে, যি নিয়মে মানুহক প্ৰতিদিনৰ প্ৰয়োজন মাত্ৰ পূৰায়, তাতকৈ বেচি নহয়, সেই আইন সম্পৰ্কে আমাৰ কোনো জ্ঞান নথকা বাবে বা আমি তাক অৱজ্ঞা কৰা বাবে সমাজত এই অসাম্যৰ আৰু তাৰ আনুসঙ্গীক নানান দুখকষ্টৰ সৃষ্টি হৈছে। ধনী সকলে তেওঁলোকৰ প্ৰয়োজনত নহা অনাবশ্যকীয় বহুতো বস্তু জমা ৰাখে গতিকে সেইবিলাক অনাদৰত নষ্ট হয়। ইফালে লক্ষ লক্ষ

লোকে খোৱাৰ অভাবত মৃত্যুৰ মুখত পৰে। যদি প্ৰতিজন লোকে তেওঁক যিমানখিনিৰ প্ৰয়োজন কেৱল সিমানখিনিহে ৰাখিলেহেতেন তেতিয়াহলে কাৰো অভাৱ নেথাকিলহেতেন আৰু সকলোৱে সুখে সন্তোষে বাস কৰিব পাৰিলেহেতেন। এই কথা সঁচা যে ধনী মানুহ দুখীয়া মানুহতকৈ কম অসন্তুষ্ট নহয়। দুখীয়াজনে লাখপতি হোৱাৰ ইচ্ছা ৰাখে, লাখপতি জনে আকৌ কোটি পতি হ'বলৈ বিচাৰে। সাৰ্ব্বজনীন সন্তোষৰ ভাব সৃষ্টি কৰিবৰ কাৰণে ধনীসকলেই এই অপৰিগ্ৰহৰ নীতিৰ নেতৃত্ব ল'ব লাগিব। যদি কেৱল ধনীসকলে তেওঁলোকৰ সম্পত্তি এটা নিয়মিত সীমাৰ ভিতৰত ৰাখে, ভোকত থকা সকলক তেতিয়া সহজেই খুৱাব পৰা যাব। ধনীসকলৰ লগতে সন্তুষ্ট থকাৰ শিক্ষাও তেওঁলোকে গ্ৰহণ কৰিব।

অপৰিগ্ৰহৰ আদৰ্শ সম্পূৰ্ণ শুদ্ধ ভাবে প্ৰয়োগ কৰিব খুজিলে চৰাইৰ নিচিনাকৈ মানুহৰো ঘৰ দুৱাৰ, কানিকাপোৰ বা পিছদিনাৰ কাৰণে খোৱাবস্তু জমা থাকিব নেলাগিব। বাস্তব কথা যে তেওঁক নিতৌ ভাতমুঠি লাগিব। কিন্তু তাৰ যোগাৰ কৰাতো ঈশ্বৰৰহে কাম, তেওঁৰ নহয়। কৰবাত দুই এজনহে এই আদৰ্শত উপনীত হব পাৰে যদিও আৰু দেখাত অসম্ভৱ যেন লাগিলেও আমি সাধাৰণ অন্বেষণকাৰী সকল এনে অন্বেষণৰ পৰা যেন বিৰত নহও। আমি সেই আদৰ্শ সদায় আগত ৰাখি চলিব লাগিব আৰু তাৰে পোহৰত আমাৰ অধিকাৰত থকা বস্তু বিলাক তন্ন তন্নকৈ পৰীক্ষা কৰি তাৰ পৰিমাণ কমাবলৈ চেষ্টা কৰিব লাগিব। কেৱল অভাৱ বৃদ্ধি কৰি যোৱাটোৱেই সভ্যতাৰ প্ৰকৃত অৰ্থ নহয়। জানি বুজি আৰু স্বইচ্ছাই অভাব বা প্ৰয়োজনকে কম কৰাই হৈছে সভ্যতা। ইয়েই হে কেৱল মানুহৰ সুখ শান্তি বঢ়াব আৰু সেৱাৰ ক্ষমতাও বৃদ্ধি কৰিব।

য়াৰবাদ মন্দিৰৰ পৰা।

ষষ্ঠ অধ্যায়

# রুটি-শ্ৰমৰ আৱশ্যকতা

"আজি ভাৰতবৰ্ষত ধনী আৰু তথাকথিত উচ্চশ্ৰেণীয়ে শাৰীৰিক শ্ৰমক ঘিণ কৰে। সেইকাৰণে শ্ৰমৰ মৰ্য্যাদাৰ ওপৰত বিশেষ জোৰ দিয়াটো অতি আৱশ্যকীয় কথা হৈ পৰিছে। বুদ্ধিৰ প্ৰকৃত উৎকৰ্ষতা সাধনৰ কাৰণেও মানুহে কোনো প্ৰয়োজনীয় শাৰীৰিক কামত নিযুক্ত থকা আৱশ্যক।"

ৰাছিয়ান লিখক "বনড়াৰেফৰ" কথা উল্লেখ কৰি টলষ্টয়ে কৈছিল যে তেওঁ ৰুটি-শ্ৰমৰ যি-জীৱন্ত আৱশ্যকতা আবিষ্কাৰ কৰিলে সি আধুনিক যুগৰ আবিষ্কাৰ সমূহৰ ভিতৰত উল্লেখযোগ্য আবিষ্কাৰ। তেখেতৰ ধাৰণাটো হৈছে এই যে প্ৰত্যেকজন স্বাস্থ্যবান লোকেই নিজৰ আহাৰৰ কাৰণে শ্ৰম কৰিব লাগিব। তেওঁৰ বুদ্ধিৰ ক্ষমতা কেৱল জীবিকা আৰ্জ্জনত বা ধন সম্পত্তি গোটোৱাতে নথটুৱাই মানুহৰ সেৱাত লগাব লাগিব। যদি এই নীতি সকলো ঠাইতে পালন কৰা হয় তেন্তে সকলো মানুহ সমান হব, কোনো অনাহাৰে থাকিব লগা নহব আৰু পৃথিবীও বহুতো পাপৰ পৰা মুক্ত হব।

এই সোনালী নীতি গোটেই পৃথিবীয়ে কোনো কালে পালন নকৰিব পাৰে সেই কথা, হয়তো সঁচা। মুবুজাকৈয়ে লাখ লাখ মানুহে হয়তো এই নীতি অনুসৰি কাম কৰি আছে, কিন্তু তেওঁলোকৰ মনে এই নীতিৰ বিপৰীত পিনে কাম কৰে। সেই কাৰণে তেওঁলোক সুখী নহয় আৰু তেওঁলোকৰ শ্ৰমো যিমান ফলদায়ক হোৱা উচিত তিমান নহয়। যি সকলে বুজে আৰু উপৰোক্ত নীতি অনুসৰি কাম কৰিবলৈ বিচাৰে তেওঁলোকৰ কাৰণে এই অৱস্থাটো উৎসাহজনক। স্বইচ্ছাৰে এই নীতিৰ বশৱৰ্ত্তী হৈ কাম কৰি তেওঁলোকে সুন্দৰ স্বাস্থ্য

আৰু সম্পূর্ণ শান্তি উপভোগ কৰে। লগে লগে তেওঁলোকৰ সেৱাৰ ক্ষমতাও বাঢ়ে।

টলষ্টয়ে মোৰ মনৰ ওপৰত গভীৰ ৰেখাপাত কৰে। আনকি দক্ষিণ আফ্রিকাত থকাৰে পৰা মই শক্তিৰে যিমানদূৰ পাৰোঁ এই নিয়ম পালন কৰিবলৈ আৰম্ভ কৰিছিলোঁ। মোৰ মতে গীতাৰ তৃতীয় অধ্যায়তো সেই একে নীতিকে ঘোষণা কৰা হৈছে। গীতাৰ যজ্ঞ শব্দটোৱে যে শাৰীৰিক শ্ৰম বুজাইছে সেইটো মই ক'ব নোখোজো। কিন্তু যেতিয়া গীতাই কয় যে, "যজ্ঞৰ দ্বাৰা বৃষ্টিপাত হয়" ( চতুর্দ্দশ শ্লোক ) তেতিয়া মই ভাবো যে ই শাৰীৰিক শ্ৰমৰ সঙ্কেট দিছে। "যজ্ঞৰ অৱশিষ্ট" ( ত্ৰয়োদশশ্লোক ) হৈছে আমি মূৰৰ ঘাম মাটিত পেলাই অৰ্জ্জা কটি। আহাৰৰ বাবে কৰা পৰিশ্ৰমক গীতাত যজ্ঞ বোলা হৈছে। যি জনে শৰীৰক লগাতকৈ বেচিকৈ খায়, তেওঁ চোৰ। আমাৰ বেচিভাগেই তেওঁৰ ভৰণ পোষণৰ কাৰণে কৰিব লগা পৰিশ্ৰম কাচিৎ হে কৰে। মই বিশ্বাস কৰোঁ যে এজন মানুহে তেওঁক লগাতকৈ বেচি খাদ্য লবৰ তেওঁৰ কোনো অধিকাৰ নাই আৰু যি সকলে পৰিশ্ৰম কৰে তেওঁলোকৰ প্ৰত্যেকেই জীৱিকা নিৰ্ব্বাহৰ কাৰণে প্ৰয়োজনীয় বেতন পাবৰ অধিকাৰী।

শ্ৰমৰ শ্ৰেণী বিভাগ নেথাকিব বুলি কব খোজা হোৱা নাই। মানুহৰ আৱশ্যকীয় অভাৱ বিলাক পূৰাবৰ কাৰণে যিবিলাক বস্তু তৈয়াৰ কৰা দৰ্কাৰ সেই সকলোতে শাৰীৰিক শ্ৰমৰ আৱশ্যক। সেই কাৰণে সকলো প্ৰয়োজনীয় ব্যৱসায়তে আৱশ্যক হোৱা শ্ৰমক কটি-শ্ৰম হিচাবে গণ্য কৰা হয়। কিন্তু যিহেতু আমাৰ ভিতৰৰ বহুতে এনে পৰিশ্ৰম নকৰে তেওঁলোকে স্বাস্থ্যৰক্ষাৰ কাৰণে ব্যায়াম কৰিব-লগীয়া হয়। পথাৰত দৈনিক কাম কৰা এজন খেতিয়কে কেতিয়াও উশাহ নিশাহৰ বা মাংসপেশীৰ ব্যায়াম কৰিবৰ দৰ্কাৰ নকৰে। তেওঁ যদি স্বাস্থ্যৰক্ষাৰ অন্যান্য নিয়ম বোৰো পালন কৰে তেন্তে সঁচাকৈয়ে তেওঁ কেতিয়াও বেমাৰতো নপৰে।

ঈশ্বৰে বৰ্ত্তমান মুহূৰ্ত্তত লগাতকৈ বেচিকৈ কেতিয়াও সৃষ্টি নকৰে। সেই কাৰণে এজনে তেওঁক লগাতকৈ যদি বেচিকৈ আত্মসাৎ কৰে তেন্তে তাৰ ফল স্বৰূপে তেওঁ তেওঁৰ প্ৰতিবেশী জনক অভাৱত পেলায়। আমাৰ বহুতে লগাতকৈ বহুত বেচি পৰিমাণে গ্ৰাস কৰাৰ কাৰণে পৃথিবীৰ বহুত ঠাইত খাদ্য সঙ্কট আৰু অনাটন দেখা দিয়ে। প্ৰকৃতিৰ দান আমি নিজ ইচ্ছামতে ব্যৱহাৰ কৰিব পাৰোঁ— কিন্তু প্ৰকৃতিৰ জমা খৰছৰ বহীত জমাৰ আৰু খৰছৰ পিঠিৰ হিচাব সদায় মিলি থাকে। জমা ক'তো নাই।

বিশ্ব সম্পৰ্কে কিছুমান কথা জনাকে বুদ্ধিৰ উৎকৰ্ষতা সাধন বোলা হয়। কেৱল কিতাপৰ জৰিয়তেহে জ্ঞান আহৰণ কৰিব পাৰি, এই ভাব এটা অন্ধ কুসংস্কাৰ। এই ভুল ধাৰণা আমি ত্যাগ কৰিব লাগিব। জীৱনত কিতাপ পঢ়াৰ এটা স্থান আছে। নিজৰ ঠাইত ইয়াৰ আৱশ্যকতাও আছে। কিন্তু কিতাপৰ জ্ঞান যদি শাৰীৰিক পৰিশ্ৰমৰ বিনিময়তহে আহৰণ কৰিবলগীয়া হয় তেন্তে আমি নিশ্চয় ইয়াৰ বিৰুদ্ধে বিদ্ৰোহ কৰিম। আমাৰ বেচিখিনি সময় শাৰীৰিক পৰিশ্ৰমত খটুৱাব লাগে আৰু কেৱল অলপ সময় হে পঢ়া-শুনাত লগাব লাগে। আজি ভাৰতবৰ্ষত ধনী আৰু তথাকথিত উচ্চ শ্ৰেণীয়ে-শাৰীৰিক শ্ৰমক ঘিণ কৰে। সেই কাৰণে শ্ৰমৰ মৰ্য্যাদাৰ ওপৰত জোৰ দিয়াটো অতি আৱশ্যকীয় কথা হৈ পৰিছে। বুদ্ধিৰ প্ৰকৃত উৎকৰ্ষতা সাধনৰ কাৰণেও মানুহে কোনো প্ৰয়োজনীয় শাৰীৰিক কামত নিযুক্ত থকা আৱশ্যক।

আশ্ৰম অবজাৰভেন্স ইনএক্সন
পৃষ্ঠা ৬০

# প্ৰকৃতিৰ মূল আইন

"আমাক দৈনিক লগা খিনি যথেষ্ট পৰিমাণে প্ৰকৃতিয়ে উৎপন্ন কৰিছে। যদি প্ৰতিজনে তেওঁক যিমানখিনি লাগে তাতকৈ অলপো বেচি নললে হেতেন তেন্তে পৃথিবীত কঙাল বোলা কথাটো নেথাকিলহেতেন।"

মই ক'ব খোজো যে এক প্ৰকাৰ আমি সকলো চোৰ। যদি আজি এতিয়াই আৱশ্যক নথকা কোনো এটা বস্তু মই লৈ ৰাখি থওঁ, তেন্তে সেই বস্তুটো মই কাৰোবাৰ পৰা চুৰ কৰিছো। মই সাহকৰি এই কথা কব খোজো যে কোনো ব্যতিক্ৰম নথকা প্ৰকৃতিৰ ই এখন মৌলিক আইন যে প্ৰকৃতিয়ে প্ৰতি দিনে আমাৰ প্ৰয়োজনীয় খিনি উৎপন্ন কৰে। প্ৰতিজনে যদি তেওঁক লগা খিনিহে ললে হেতেন আৰু তাতকৈ বেচি একো নললেহেতেন তেন্তে পৃথিবীত কঙাল বুলি কথাটোৱেই নেথাকিলহেতেন আৰু পৃথিবীত কোনো এজনো খোৱাৰ অভাৱত মৰিব নেলাগিলহেতেন। যিমান দিনলৈকে আমাৰ মাজত এই বৈষম্য থাকে, তেতিয়ালৈকে আমি চুৰ কৰি আছো বুলি কব লাগিব।

মই কোনো সমাজবাদী নহওঁ। মই যি সকলৰ সম্পত্তি আছে, তেওঁলোকক তাৰ পৰা বঞ্চিত কৰিবও নোখোজো। কিন্তু মই এই কথা ক'ব খোজো যে ব্যক্তিগত ভাবে আমাৰ মাজত যিসকলে আন্ধাৰৰ মাজত পোহৰ চাব খোজে, সেইসকলে এই নিয়ম অনুসৰণ কৰিবই লাগিব। মই কাকো অধিকাৰচ্যুত কৰিব নোখোজো। নহলে, মই অহিংসাৰ নিয়মৰ পৰা আঁতৰি পৰিম। যদি কাৰোবাৰ মোতকৈ বেচি বস্তু থাকে থাওক। কিন্তু মোৰ নিজৰ জীৱনৰ নিয়ন্ত্ৰণৰ সম্পৰ্কে মই ইমানকে ক'ব পাৰো যে, মোৰ যি বস্তুৰ প্ৰয়োজন নাই তাক ৰাখিবৰলৈ মই সাহ নকৰো। ভাৰতবৰ্ষত ৩০ লাখ

মানুহে মাত্র এসাজ খায়। তাকো শুকান কটি আৰু অকণমান নিমখ মাত্র। এই ৩০ লাখ মানুহে ঠিকমতে খাবলৈ আৰু পিন্ধিবলৈ নোপোৱালৈকে আপোনাৰ আৰু মোৰো, প্রকৃততে যি লাগে তাৰ বাহিৰে আন একোতে অধিকাৰ নাই। আপুনি আমি যি সকলে ভালকৈ বুজো তেওঁলোকে তেওঁলোকৰ প্রয়োজনীয় খিনি সেই হিচাবে জোখ কৰি লব লাগিব। অভাবগ্রস্ত সকলৰ সেৱা শুশ্রূষা আৰু খোৱা পিন্ধাৰ কাৰণে আমি আৱশ্যক হলে ইচ্ছাপুৰ্ব্বক লঘোন দিবও লাগিব।

# পৰিশিষ্ট

## গান্ধীজীৰ জীৱনৰ টোকা

মোহনদাস কৰমচাঁদ গান্ধী—১৮৬৯ চন ২ অক্টোবৰত গুজৰাটৰ পোৰবন্দৰত জন্ম হয়। তেখেতৰ দেউতাক কৰমচাঁদ গান্ধী আৰু মাক পুট্‌লীবাঈ। গান্ধী পৰিয়াল তুপুৰুষ গুজৰাটৰ কাঠিয়াৱাৰ ৰাজ্যৰ প্ৰধান মন্ত্ৰী আছিল।

১৮৮৩ চনত ১৩ বছৰ বয়সত মহাত্মা গান্ধীয়ে কস্তুৰবাঈক বিয়া কৰায়। কস্তুৰবাৰ জন্ম ১৮৬৯ চনত।

গান্ধীজীয়ে ১৮৮১—৮৪ চনলৈকে কাঠিয়াৱাৰ হাইস্কুলত পঢ়ে। ১৮৮৭ চনত তাৰপৰা মেট্ৰিকুলেচন পৰীক্ষা পাছ কৰে। ১৮৮৫ চনত দেউতাকৰ মৃত্যু হয়। ১৮৮৭-৮৮:—গান্ধীয়ে ভাব নগৰৰ "সমল দাস" কলেজত ভৰ্ত্তি হয়। এবছৰ তাত পঢ়ি ঘৰলৈ উভটি আহে। ইংগুলৈ আইন পঢ়িবলৈ যাবলৈ মন কৰে। মাকে প্ৰথমতে আপত্তি কৰিলেও যাবলৈ মত দিয়ে। গান্ধীয়ে শপত লয় যে, মদ, তিৰোতা আৰু মাংস বিলাতত থাকোঁতে তেওঁ স্পৰ্শ নকৰিব।

১৮৮৮ চনত তেওঁ বিলাতলৈ যায়। প্ৰথমতে বিলাতৰ চালচলনৰ প্ৰভাৱত পৰিব খুজিছিল যদিও, তেওঁ সতৰ্ক হ'ল। "ভদ্ৰলোক" হোৱাৰ চেষ্টা এৰিলে। বিলাতত পঢ়োঁতে তেওঁ খৰছ কৰা প্ৰতিটো পইছাৰ হিচাপ ৰাখিছিল। যিমান পাৰে খৰছ কমাইছিল। তাৰ কাৰণে দিনে ৮।১০ মাইল খোজকাঢ়ি দিনে ১ চিলিং ৩ পেন্সৰ খৰছত চলিছিল।

১৮৯১-৯৩—বাৰ, এট, ল পাছ কৰে। ১৮৯১ চনৰ জুলাইত বোম্বে পায়হি। তেওঁ ইংলণ্ডত থাকোঁতেই মাক ঢুকায়। ৰাজকোটত অলপ দিন থাকি বম্বেত ওকালতি কৰিবলৈ যায়। আব্দুল্লা

এণ্ড কোম্পানীয়ে তেওঁক দক্ষিণ আফ্রিকাত এটা মকৰ্দ্দমাত বেৰিষ্টাৰ ধৰে।

১৮৯৩-৯৪—১৮৯৩ চনৰ মে' মাহত গান্ধী দক্ষিণ আফ্রিকাৰ নেটাল পায়গৈ। ডাবৰান্ আদালতলৈ তেওঁ পাগুৰি মাৰি গৈছিল। মেজিষ্ট্রেটে তেওঁক পাগুৰি সোলোকাবলৈ কয়। গান্ধীয়ে অস্বীকাৰ কৰে। দক্ষিণ আফ্রিকাত ভাৰতীয় মানুহ মাত্রকে কুলী বুলি কৈছিল। গান্ধীকো "কুলী বেৰিষ্টাৰ" নাম দিছিল। এবাৰ চাৰ্ল্চ টাউনত গান্ধী গাৰীৰে গৈছিল। "কনডাকটৰে" গান্ধীক বাহিৰত বহিবলৈ বাধ্য কৰিছিল। কিছু পিছত "কন্ডাকটৰে" আকৌ গান্ধীক তাৰ পৰা তুলি নিজে বহিল আৰু তেওঁৰ ভৰিৰ ওচৰত বহিবলৈ ক'লে। গান্ধীয়ে অস্বীকাৰ কৰাত গান্ধীক গালি পাৰি কাণত ধৰি মাৰপিট কৰা হৈছিল।

গান্ধীজীয়ে দক্ষিণ আফ্রিকাত থকা ভাৰতীয় সকলৰ অৱস্থা সম্পৰ্কে সকলো খা-খবৰ সংগ্রহ কৰি ল'লে। প্রিটোৰিয়াত ভাৰতীয় সকলৰ এখন সভা মাতিলে। তাত গান্ধীজীয়ে তেওঁৰ প্রথম ৰাজনৈতিক বক্তৃতা দিয়ে।

গান্ধীয়ে বয়স্ক সকলৰ শিক্ষা দান আদি কাম আৰম্ভ কৰে। তেওঁ এই বছৰতে বাইবেল, কোৰাণ, টলষ্টয়ৰ "তোমাৰ ভিতৰত ঈশ্বৰৰ ৰাজ্য" মেক্সমূলাৰৰ "ভাৰত—আমাক ই কি শিকাব পাৰে ?" জৰাথুস্ত্রাৰ বাণী আৰু উপনিষদ পঢ়ে।

১৮৯৪ চনত তেওঁ লৈ যোৱা মকৰ্দ্দমাটো মীমাংসা হোৱাত গান্ধী ভাৰতলৈ আহিবলৈ ওলায়। সেই সময়তে দক্ষিণ আফ্রিকাৰ নেটাল গৱৰ্ণমেণ্টে তাত থকা ভাৰতীয় সকলক ভোটাধিকাৰৰ পৰা বঞ্চিত কৰিবলৈ আইন কৰাৰ কথা ওলায়। গান্ধীয়ে দহহেজাৰ মানুহৰ চহীৰে এই বিলখন নানিবলৈ দৰখাস্ত দিয়ে—ঔপনিবেশিক চেক্রেটাৰী লৰ্ড ৰিপনলৈ। তেওঁ ভোটাধিকাৰ বঞ্চিত বিলখন বন্ধ কৰে।

১৮৯৬ চন—নেটাল ভাৰতীয় কংগ্ৰেছ প্ৰতিষ্ঠা কৰা হয়। আঢ়ৈ-বছৰ গান্ধী নেটালত থাকে। এই বছৰৰ মাজভাগতে তেওঁ ছমাহৰ কাৰণে ভাৰতলৈ আহে। ছাৰ ফিৰোজশ্বাহ মেহটা, জাষ্টিচ বদৰুদ্দিন তৈয়বজী, জাষ্টিচ ৰাণাডে, লোকমান্য তিলক, আৰু গোপাল কৃষ্ণ গোখেল আদি ভাৰতীয় কংগ্ৰেছৰ নেতাসকলক দেখা কৰে।

১৮৯৭-৯৮—গান্ধী দক্ষিণ আফ্ৰিকালৈ উভটিল। গান্ধী নেটালত নামোতেই য়ুৰোপীয় কিছুমান মানুহে তেওঁক ঘেৰাও কৰি ধৰে। আৰু শিলগুটি আদি মাৰিবলৈ ধৰে। নেটালৰ ৰুস্তমজীৰ ঘৰত গান্ধীৰ পৰিয়াল আছিল। তাতে গৈ তেওঁ যেতিয়া সোমাল, উন্মত্ত য়ুৰোপীয় জনতাই গান্ধীক উলিয়াই দিবলৈ দাবী কৰিলে। পুলিছে গান্ধীক তাৰপৰা ভেশচন কৰি পলুৱাই নিব লগা হ'ল। গান্ধীক অত্যাচাৰ কৰা সকলক অভিযুক্ত কৰিবলৈ বৃটিছ গভৰ্ণমেণ্টে নেটাল গভৰ্ণমেণ্টক নিৰ্দ্দেশ দিলে। গান্ধীয়ে কলে—"মই তেওঁলোকৰ বিৰুদ্ধে মকৰ্দ্দমা চলাব নোখোজো।" গান্ধীয়ে এই কাল ছোৱাত জীৱন যাত্ৰা প্ৰণালী সম্পূৰ্ণ পৰিবৰ্ত্তন কৰে। তেওঁ কাপোৰ কানি নিজে ধুই লবলৈ ধৰে। চাহাবৰ 'চেলুনলৈ' নগৈ নিজে নিজৰ চুলিও কাটিবলৈ লয়।

১৮৯৯-১৯০০—ব'ৰ যুদ্ধত গান্ধীৰ ব্যক্তিগত সহানুভূতি ব'ৰ সকলৰ প্ৰতি আছিল যদিও তেতিয়াও তেওঁ বৃটিছ সাম্ৰাজ্য ভিতৰতে থাকি ভাৰতৰ মুক্ত হ'ব বুলি বিশ্বাস কৰিছিল আৰু ব'ৰ যুদ্ধত ইংৰাজক সৈন্য সংগ্ৰহ আদি কৰি সহায় কৰিছিল।

১৯০১-১৯০২—১৯০১ চনৰ শেষৰ পিনে গান্ধী ভাৰতলৈ আহে আৰু কলিকতাত জাতীয় কংগ্ৰেছ সভাত যোগ দিয়ে।

১৯০৩-১৯০৫—গান্ধী আকৌ দক্ষিণ আফ্ৰিকালৈ আহিব লগা হয়। ভাৰতীয় সকলৰ নানা অসুবিধা গুচাবলৈ তেওঁ কাম আৰম্ভ কৰে। এই সময়তে গান্ধীয়ে গীতা, পতঞ্জলীৰ যোগশাস্ত্ৰ, ৰামায়ণ,

ৰাস্কিনৰ "Unto this last" আদি কিতাপ পঢ়ে আৰু অপৰিগ্ৰহ, সমতাৰ আদি কথাৰ তাৎপৰ্য্য উপলব্ধি কৰি সেইমতে জীৱন গঢ়িবলৈ চায়।

১৯০৬—জুলো বিদ্ৰোহ। গান্ধীয়ে জোহান্সবাৰ্গৰ পৰা পৰিয়াল ফনিক্স লৈ পঠায়। জুলো বিদ্ৰোহতো তেওঁ ইংৰাজক সহায় কৰে।

ট্ৰেন্সভাললৈ ভাৰতীয় মানুহ নতুনকৈ যাব নোৱাৰাৰ আৰু তাত থকা ভাৰতীয় সকলে নাম ৰেজিষ্টাৰ কৰিবলৈ বাধ্য কৰাৰ আইনৰ বিৰুদ্ধে গান্ধীয়ে প্ৰথম সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰে। গান্ধীৰ জেল হয়। তাৰ পিছত বিলাতলৈ গৈ আকৌ দক্ষিণ আফ্ৰিকালৈ উলটি আহে।

১৯০৮—গান্ধীৰ ফাটেক হয়—ৰেজিষ্ট্ৰেচন আইনৰ বিৰুদ্ধে আন্দোলন কৰাৰ কাৰণে।

১৯০৯ চন—গান্ধীয়ে টলষ্টয়লৈ চিঠি দিয়ে। গান্ধী ইংলণ্ডলৈ যায়। উভটি আহোঁতে বাটত হিন্দ স্বৰাজ কিতাপখন লিখে।

১৯১০—কেপটাউনলৈ অহাৰ পিছত গান্ধীয়ে ৰটনজী টাটাৰ পৰা সত্যাগ্ৰহৰ কাৰণে ২৫,০০০ হাজাৰ টকা পায়। এজন জাৰ্ম্মানে ১,১০০ একৰ মাটিৰ ফাৰ্ম্ম এখন গান্ধীক দিয়ে। তাৰ নাম হয় টলষ্টয় ফাৰ্ম্ম। সেই আশ্ৰমত বন্ধাবঢ়াৰ পৰা সকলো কাম আশ্ৰমবাসীয়ে নিজে কৰিব লাগিছিল। গান্ধীয়ে নিজে চেণ্ডেল তৈয়াৰ কৰিবলৈ শিকে। গান্ধীয়ে এদিন ৫৫ মাইল খোজ কাঢ়ে। সত্যাগ্ৰহ চলি থাকে।

১৯১২—গোখেল কেপটাউনলৈ আহে। এণ্ড্ৰুজ আৰু পিয়াৰচনো আহে। ১৯১৪ চনৰ ৫ জানুৱাৰী তাৰিখে ৭৫ বছৰীয়া বুঢ়া সত্যাগ্ৰহী হৰবট সিং জেলত ঢুকায়। তাৰ গভৰ্ণমেণ্টৰ লগত বহুতো আলোচনা হোৱাৰ পিছত গান্ধী স্মাট্‌চ চুক্তি হয়। দক্ষিণ আফ্ৰিকাত সত্যাগ্ৰহৰ জয় হয়। গান্ধী বিলাতলৈ যায়। প্ৰথম

মহাযুদ্ধত গান্ধীয়ে ইংৰাজক সহায় কৰিবলৈ ভাৰতীয় সকলৰ মাজত সংগঠন কৰে।

১৯১৫—প্লুৰেচি হৈ গান্ধী ভাৰতলৈ আহে। গোখেলক পুণাত তেওঁ দেখা কৰে। ১৯ ফেব্ৰুৱাৰীত গোখেল ঢুকায়। ২৫ মে'ত আহমদাবাদৰ ওচৰৰ সক গাওঁ এখনত সৱৰমতী আশ্ৰম স্থাপন কৰে।

১৯১৭—গান্ধীয়ে পাটনালৈ গৈ প্ৰথমে ৰাজেন্দ্ৰপ্ৰসাদক লগ পায়। চাম্পাৰণৰ খেতিয়কৰ দুখৰ কথা শুনি তালৈ যায়। শিক্ষা নহলে স্থায়ী কাম নহয় বুলি ভাবি তাত তেওঁ ছখন গাৱঁত প্ৰাথমিক স্কুল খোলে।

১৯১৮—আহমদাবাদৰ মিলত কাম কৰা বনুৱা সকলৰ সমস্যা সমাধানৰ কাৰণে ধৰ্ম্মঘট কৰা হয়। তৃতীয় সপ্তাহত ধৰ্ম্মঘট শিথিল হোৱাৰ কাৰণে গান্ধীয়ে নিজে তিনদিন অনশন কৰে। তাৰ পিছত মীমাংসা হয়। তাৰ পিছত গান্ধীয়ে আকালগ্ৰস্ত খেদাৰ সত্যাগ্ৰহত জপিয়াই পৰিব লগা হয়। বৰলাটে গান্ধীক যুদ্ধ সন্মিলনলৈ নিমন্ত্ৰণ কৰে। গান্ধীয়ে তাত হিন্দীত বক্তৃতা দিয়ে। বৰলাটৰ সভাপতিত্বত হোৱা সভাত প্ৰথম বাৰৰ কাৰণে হিন্দী কোৱা হয়।

১৯১৯ চনৰ আগলৈকে গান্ধীয়ে ভাৰতীয় জাতীয় আন্দোলনত সক্ৰিয়ভাবে যোগ দিয়া নাছিল।

১৯১৯ চনৰ ১৮ মাৰ্চ্চত ৰাউলাট আইন পাছ হয়। ২৩ মাৰ্চ্চত গান্ধীয়ে সমগ্ৰ দেশতে ৰাউলাট আইনৰ বিৰুদ্ধে হৰতাল কৰিবলৈ গোহাৰি জনায়।

৭ এপ্ৰিলত গান্ধীয়ে পাঞ্জাবলৈ যাত্ৰা কৰে। গৱৰ্ণমেণ্টে নিষেধাজ্ঞা দিয়ে। গান্ধীয়ে সেই আদেশ নমনাত তেওঁক পুলিচে আটক কৰে। গান্ধীৰ গ্ৰেপ্তাৰত দেশবাসী চঞ্চল হৈ পৰে। চ'তৰ সংক্ৰান্তিৰ মেলাত পাঞ্জাবৰ জালিৱানা বাগৰ হত্যাকাণ্ড ঘটিল।

১৭ অক্টোবৰত খিলাফট দিৱস পালন কৰা হয়। গান্ধীয়ে সভাপতিত্ব কৰে—খিলাফট সন্মিলনত। অমৃতসৰ কংগ্ৰেছত মৌলানা সৌকত আলী আৰু মহম্মদ আলীয়ে যোগ দিয়ে।

১৯২০—মে' মাহত জালিয়ানা বাগৰ হত্যাকাণ্ড সম্পৰ্কে হাণ্টাৰ কমিটীৰ ৰিপোৰ্ট দেখি গান্ধী হতাশ হয়। ইংৰাজ সাম্ৰাজ্যৰ এজন সহযোগীৰ পৰা সেইদিনা তেওঁ অসহযোগী হয়।

৩১ জুলাইত তিলকৰ পৰলোক হয়। চেপ্তেম্বৰত কলিকতাত বহা কংগ্ৰেছৰ বিশেষ অধিবেশনত অসহযোগৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয়। ২ অক্টোবৰত নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে তিলক স্মৃতিপুঁজি লৈ এক কোটী টকা সংগ্ৰহ কৰিবলৈ স্থিৰ কৰে। নবেম্বৰত গান্ধীয়ে গুজৰাটত জাতীয় বিশ্ববিদ্যালয় স্থাপন কৰে। ২৬ ডিচেম্বৰত নাগপুৰ কংগ্ৰেছে অসহযোগৰ প্ৰস্তাৱ সমৰ্থন কৰে। গান্ধীয়ে কংগ্ৰেছৰ সংবিধান ৰচনা কৰে আৰু সি গৃহীত হয়। সেইদিন ধৰি গান্ধী আৰু কংগ্ৰেছ অভিন্ন হৈ পৰে। দিনে আধঘণ্টা সূতা নকটাকৈ একো নোখোৱাৰ সঙ্কল্প লয়।

১৯২১—অসহযোগ আন্দোলনৰ নেতৃত্বৰ দায়িত্ব গান্ধীজীৰ ওপৰত পৰে। বিদেশী কাপোৰ বৰ্জ্জন, কংগ্ৰেছৰ এককোটী মেম্বৰ ভৰ্ত্তি, ২০ লাখ চৰখা কামত লগোৱা আদি আচনি কৰা হয়। যুবৰাজৰ ভাৰত ভ্ৰমণ বৰ্জ্জন কৰিবলৈও সিদ্ধান্ত কৰা হয়। নিৰুপদ্ৰৱ সত্যাগ্ৰহৰ অভূতপূৰ্ব্ব উৎসাহ সৃষ্টি হয়।

১৯২২—অসহযোগ আন্দোলনত ১৯২১ চনৰ ডিচেম্বৰৰ পৰা ১৯২২ চনৰ জানুৱাৰীলৈ ৩০,০০০ জনৰ শাস্তি হয়। ১ ফেব্ৰুৱাৰীত গান্ধীয়ে বৰলাটলৈ লিখে যে, বৰদলীত আইন অমান্য আন্দোলন আৰম্ভ কৰা হ'ব। ৫ ফেব্ৰুৱাৰীত যুক্তৰাষ্ট্ৰৰ চৌৰি চৌৰাত ২১ জন কনিষ্টবল আৰু পুলিচ চাব-ইন্সপেক্টৰক উন্মত্ত জনতাই পুৰি মাৰে। এই ঘটনাৰ কাৰণে গান্ধীয়ে পাঁচদিনীয়া অনশন কৰে। গণ আন্দোলন বন্ধ কৰা হয়। ১০ মাৰ্চ্চত ইয়ং ইণ্ডিয়া কাগজৰ তিনটা প্ৰবন্ধৰ কাৰণে গান্ধীক গ্ৰেপ্তাৰ কৰা হয়।

১৯২২—২৪ চনত জেলত থাকোঁতে "মোৰ সত্য অন্বেষণৰ কাহিনী" নামৰ কিতাপখন গুজৰাটীত গান্ধীয়ে তেওঁৰ লগৰ

এজন ৰাজনৈতিক বন্দীক কৈ যায়। মহাদেৱ দেশায়ে ইংৰাজী কৰে।

১৯২৩—সাম্প্ৰদায়িক অশান্তিয়ে ৰাজনৈতিক ৰতৰ দূষিত কৰে।

দিল্লীত কংগ্ৰেছৰ বিশেষ অধিবেশনত কাউন্সিললৈ যোৱাৰ বাধা তুলি দিয়া হয় আৰু গঠনমূলক কামত জোৰ দিয়া হয়।

কোকানাদ কংগ্ৰেছত হিন্দুস্থান সেৱাদল প্ৰতিষ্ঠা কৰা হয়।

১৯২৪—গান্ধীৰ অসুখ। এপেন্‌ডিচাইটিচৰ কাৰণে কৰ্ণেল মাডোকে তেওঁক অস্ত্ৰোপচাৰ কৰে। ৫ ফেব্ৰুৱাৰীত গান্ধীক জেলৰ পৰা খালাচ দিয়ে। শ্ৰীমতিলাল নেহেৰু আৰু শ্ৰীচিত্তৰঞ্জন দাসে স্বৰাজ্যদল গঠন কৰে। ১৯২৩ চনৰ সাধাৰণ নিৰ্ব্বাচনত স্বৰাজ্য দলে জয়লাভ কৰে।

১৯২৫—বেলগাওঁ কংগ্ৰেছত সভাপতিত্ব কৰাৰ পিছত গান্ধীয়ে ভাৰত পৰিভ্ৰমণ কৰে।

১৯২৬ চনৰ—২৬ ডিচেম্বৰত গুৱাহাটীত কংগ্ৰেছ অধিবেশন বহে। গান্ধীয়ে আগৰ বছৰত ৰাজনৈতিক মৌনতাৰ যি ব্ৰত লৈছিল এইবাৰ তাক ভঙ্গ কৰে। স্বামী শ্ৰদ্ধানন্দক হত্যা কৰা সম্পৰ্কে গান্ধীয়ে কংগ্ৰেছ সভাত শোক প্ৰস্তাৱ ডাঙি ধৰে।

১৯২৮—চাইমন কমিচন ভাৰতলৈ আহে। সকলো ৰাজনৈতিক দলে কমিচন বৰ্জ্জন কৰে।

কলিকতাৰ কংগ্ৰেছ অধিবেশনত মতিলাল নেহেৰু কমিটীৰ ৰিপোৰ্ট অনুসৰি এদলে ঔপনিবেশিক স্বায়ত্বশাসনৰ কথা কৈছিল আৰু জৱাহৰলাল নেহৰু আৰু নেতাজী সুভাষচন্দ্ৰ বসুৱে পূৰ্ণ-স্বাধীনতাৰ প্ৰস্তাৱ লবলৈ দাবী কৰিছিল। গান্ধীৰ মধ্যস্থতাত এই প্ৰস্তাৱ লোৱা হ'ল যে, এবছৰৰ ভিতৰত উপনিবেশিক স্বায়ত্ব শাসন নিদিলে, পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱ লোৱা হ'ব।

১৯২৯—চনৰ ডিচেম্বৰ মাহত লাহোৰত শ্ৰীজৱাহৰলাল নেহৰুৰ সভাপতিত্বত কংগ্ৰেছে পূৰ্ণস্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰে।

১৯৩০—২৬ জানুৱাৰী তাৰিখে সমগ্ৰ দেশত স্বাধীনতাৰ প্ৰতিজ্ঞা লোৱা হয়।

২২ মাৰ্চ্চত গান্ধীয়ে বৰলাটলৈ চৰম পত্ৰ দিয়ে।

১২ মাৰ্চ্চত গান্ধীয়ে নিমখ আইন ভাঙিবলৈ ৭৯ জন স্বেচ্ছাসেৱা কেৰে সৈতে ঐতিহাসিক দাণ্ডীযাত্ৰা আৰম্ভ কৰে। গান্ধীক গ্ৰেপ্তাৰ কৰা হয়। নিমখ আইন ভঙ্গ আন্দোলনত ১০০,০০০ জনৰ শাস্তি হয়।

১৯৩১—৪ মাৰ্চ্চত গান্ধী আৰউইন চুক্তি চহী হয়। দ্বিতীয় ঘূৰণীয়া মেজ মেললৈ গান্ধী কংগ্ৰেছৰ প্ৰতিনিধি হিচাবে যায়।

১৯৩২—পুনৰ আইন অমান্য আন্দোলন আৰম্ভ কৰা হয়। ১৭ আগষ্ট মেক্‌দোনাল্ডৰ সাম্প্ৰদায়িক বাটোৱাৰা ঘোষণা হয়। এই মতে হিন্দু সমাজৰ অনুনত লোক সকলকো স্বকীয়া নিৰ্ব্বাচক মণ্ডলী দিবলৈ স্থিৰ কৰা হৈছিল। ইয়াৰ বিৰুদ্ধে গান্ধীয়ে ২০ চেপ্তেম্বৰৰ পৰা আমৰণ অনশন আৰম্ভ কৰে। সকলো সম্প্ৰদায়ৰ নেতাসকলে য়াৰবাদা জেলত গান্ধীজীৰ সম্মুখত এখন চুক্তিত চহী কৰে। এই মতে স্বকীয়া নিৰ্ব্বাচক মণ্ডলী উঠাই দিয়াৰ কথা হ'ল। বৃটিছ গভৰ্ণমেণ্টেও সেই চুক্তি মানি লোৱাত গান্ধীয়ে ২৬ চেপ্তেম্বৰত অনশন ভঙ্গ কৰে। কবিগুৰু ৰবিন্দ্ৰনাথ ঠাকুৰ সেই সময়ত তাত উপস্থিত আছিল।

১৯৩৩—গুৰুভায়ুৰ মন্দিৰ হৰিজন সকলৰ কাৰণেও মুকলি কৰিবলৈ কলাপ্পনে কৰা অনশনৰ প্ৰতি সহানুভূতি জনাবলৈ গান্ধীয়েও অনশন কৰিব বুলি কয়। বাইজে হৰিজনক মন্দিৰত সোমাবলৈ মত দিয়াত অনশন কৰিব লগা নহয়।

ফেব্ৰুৱাৰীত হৰিজন সেৱক সঙ্ঘ গঠন হয় আৰু হৰিজন কাগজ ওলায়।

আত্মশুদ্ধিৰ কাৰণে গান্ধীয়ে ৮ মে'ত ২১ দিনৰ কাৰণে অনশন আৰম্ভ কৰে। সেই দিনাই গান্ধীক জেলৰ পৰা খালাচ দিয়া হয়। আইন অমান্য আন্দোলন স্থগিত ৰখা হ'ল। ৭ নবেম্বৰৰ পৰা গান্ধীয়ে হৰিজনৰ উন্নতি কল্পে ভাৰত পৰিভ্ৰমণ আৰম্ভ কৰে।

১৯৩৪—১৫ জানুৱাৰীত বিহাৰৰ ভুমিকম্প। গান্ধী বিহাৰলৈ যায়। হৰিজন আন্দোলনত বহুতে বাধা দিছিল। ২৫ জুনত পুণাত কোনোবাই গান্ধীৰ ওপৰত বোমা পেলাবলৈ চেষ্টা কৰিছিল।

বোম্বেৰ কংগ্ৰেছ অধিবেশনত গান্ধী কংগ্ৰেছৰ পৰা ওলাল। চাৰি অনীয়া মেম্বৰো হ'বলৈ এৰিলে।

১৯৩৫—৪ আগষ্টত ভাৰত গৱৰ্ণমেণ্ট আইন সম্ৰাটে চহী কৰে। কংগ্ৰেছে তাক সম্পূৰ্ণভাৱে প্ৰত্যাখ্যান কৰে।

১৯৩৬—হৰিজন আন্দোলন আদি গঠনমূলক কাম।

১৯৩৭—কংগ্ৰেছ নিৰ্ব্বাচনত জিকে। কংগ্ৰেছে বহুত প্ৰদেশত মন্ত্ৰীসভা গঠন কৰে।

১৯৩৮—গান্ধীয়ে খান আব্দুল গফুৰ খানৰে সৈতে সীমান্ত প্ৰদেশ ভ্ৰমণ কৰে। কংগ্ৰেছৰ হৰিপুৰা অধিবেশনত নেতাজী সুভাষ বসুৱে সভাপতিত্ব কৰে।

১৯৩৯—৩ চেপ্তেম্বৰত দ্বিতীয় মহাযুদ্ধ ঘোষণাৰ পিছত বৰলাটে গান্ধীক সিম্‌লালৈ মাতি পঠায়। গান্ধীয়ে কয় যে গভৰ্ণমেণ্টে কংগ্ৰেছৰ লগত হে বুজাবুজি হ্‌ব লাগে।

বৰলাটে কংগ্ৰেছৰ নেতাসকলৰ লগতো আলোচনা কৰিছিল। বৰলাটে ঘোষণা কৰে যে, যুদ্ধৰ পিছত সম্ৰাটৰ গভৰ্ণমেণ্টে ভাৰতৰ দাবীৰ মীমাংসা কৰিব। গান্ধীয়ে কয় যে, বৰলাটৰ ঘোষণা একেবাৰে অসন্তোষজনক। কংগ্ৰেছৰ মন্ত্ৰী সকলে পদত্যাগ কৰে।

১৯৪০—ৰামগড় কংগ্ৰেছে ঘোষণা কৰে যে, যুদ্ধত ধন জন দি কোনেও সহায় নকৰিব। গান্ধীয়ে বিষয় বাচনি সভাত বক্তৃতা দি কয় যে, "প্ৰতিখন কংগ্ৰেছ কমিটীয়েই সত্যাগ্ৰহ কমিটীত পৰিণত হ'ব লাগিব।"

৫ এপ্ৰিলত চি, এফ, এণ্ড্ৰুজ ঢুকায়। ১৮-২৩ আগষ্টত ৱাৰ্দ্ধাত কংগ্ৰেছ ৱাকিং কমিটী বহি ঘোষণা কৰে যে, "বৃটিছ গভৰ্ণমেণ্টে

ভাৰতক ভৰোৱালৰ তলত ৰাখিব খোজে”। কংগ্ৰেছক এই সময়ত নেতৃত্ব দিবলৈ ৱাৰ্কিং কমিটিয়ে গান্ধীক অনুৰোধ কৰে।

অক্টোবৰত গান্ধীয়ে কংগ্ৰেছৰ অনুমোদন লৈ ব্যক্তিগত সত্যাগ্ৰহ আৰম্ভ কৰে। বিনোবা ভাবেক প্ৰথম সত্যাগ্ৰহী মনোনীত কৰা হয়।

১৯৪১—সত্যাগ্ৰহ চলি থাকে। ৭ আগষ্টত ৰবিন্দ্ৰনাথ ঠাকুৰৰ পৰলোক হ'য়।

১৯৪২ :—কংগ্ৰেছ ৱাৰ্কিং কমিটী জানুৱাৰীত বহিল। গান্ধীয়ে কংগ্ৰেছৰ নেতৃত্ব ল'বলৈ স্বীকাৰ কৰিলে।

২২ মাৰ্চ্চত ছাৰ ষ্টেফৰ্ড ক্ৰীপছ ভাৰতলৈ আহিল। ২৭ মাৰ্চ্চত গান্ধীয়ে ক্ৰীপচক্ দেখা কৰে আৰু কয় যে ক্ৰীপচৰ প্ৰস্তাৱ—“পিছৰ তাৰিখ দিয়া চেক”। ক্ৰীপচৰ প্ৰস্তাৱ মতে অন্য ক্ষমতা ভাৰতক দিলেও সামৰিক বিভাগৰ ক্ষমতা দিয়া ন'হব বুলি স্পষ্টকৈ কোৱা হৈছিল। ক্ৰীপচৰ প্ৰস্তাৱ কংগ্ৰেছ আদি সকলো দলে নামঞ্জুৰ কৰিলে।

৯ আগষ্টত কংগ্ৰেছে বোম্বেত বিখ্যাত “ভাৰত ত্যাগ” প্ৰস্তাৱ গ্ৰহণ কৰিলে। গান্ধীজীয়ে আন্দোলন চলোৱাৰ দায়িত্ব ল'লে।

৯ আগষ্টত গান্ধী প্ৰমুখ্যে নেতাসকলক গ্ৰেপ্তাৰ কৰা হ'ল। দেশত বিয়াল্লিছৰ গণবিপ্লৱ চলিল।

১৯৪৩ চনৰ ১৫ আগষ্টত আগাৰ্থা কাৰেঙত বন্দী হৈ থকা অৱস্থাত মহাদেৱ দেশাইৰ পৰলোক হয়।

১০ ফেব্ৰুৱাৰীত আগাৰ্থা কাৰেঙত বন্দী হৈ থকা অৱস্থাত গান্ধীজীয়ে তিনি সপ্তাহৰ অনশন আৰম্ভ কৰে। ৩ মাৰ্চ্চত অনশন সমাপ্ত হয়।

১৯৪৪—২২ ফেব্ৰুৱাৰীত কস্তুৰবাৰ আগাৰ্থা কাৰেঙত বন্দী অৱস্থাত মৃত্যু হয়। ৮ মে'ত আগাৰ্থা কাৰেঙৰ পৰা পহৰা উঠাই নিয়া হয়। ১১ মে'ত গান্ধী বোম্বে পায়গৈ।

গান্ধীয়ে বৰলাটৰ লগত লিখালিখি কৰে। জিন্নাৰ লগতো লিখালিখি আৰু আলোচনা হয়।

১৯৪৫ চন—১৯৪৫ চনৰ ২৬ জুলাইত শ্ৰমিক দল ইংলণ্ডত ক্ষমতালৈ আহিল। ভাৰতত সাধাৰণ নিৰ্ব্বাচন ঘোষণা কৰা হ'ল। কংগ্ৰেছে কেন্দ্ৰীয় এছেম্ব্লীত ছাপান্নখন আৰু প্ৰাদেশিক এছেম্বলীত ন শ ত্ৰিশখন আসন দখল কৰে। মুছলীম লীগে কেন্দ্ৰীয় এছেম্বলীত ত্ৰিশখন আৰু প্ৰদেশত চাৰিশ সাতাইশখন আসন পায়। কংগ্ৰেছে এঘাৰখনৰ ভিতৰত আঠখন প্ৰদেশত প্ৰাদেশিক মন্ত্ৰীসভা গঠন কৰে। মুছলীম লীগে বঙ্গদেশ আৰু সিন্ধু প্ৰদেশত মন্ত্ৰীসভা গঠন কৰে। ইউনিয়নিষ্ট দলে কংগ্ৰেছৰ সহযোগত পাঞ্জাবত মন্ত্ৰীসভা গঠন কৰে। উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশত মুছলীম লীগৰ জয় হোৱা নাছিল। কংগ্ৰেছৰ সমৰ্থনত খান ভাতৃদ্বয়ৰ দলে সংখ্যাগৰিষ্ঠতা লাভ কৰে।

ইয়াৰ পিছত ১৯৪৬ চনৰ পোন্ধৰ মাৰ্চ্চত বৃটিছ প্ৰধানমন্ত্ৰী এট্লীয়ে 'কেবিনেট মিশ্যন' ভাৰতলৈ পঠোৱাৰ কথা ঘোষণা কৰে। কেবিনেট মিশ্যনে তেওঁলোকৰ অনুমোদন দুটাভাগত ভাগ কৰে।

(১) বৃটিছ ভাৰতক তিনিভাগত বিভক্ত কৰি সমষ্টি গঠনৰ আচনি।

(২) মধ্যকালীন গভৰ্ণমেণ্ট গঠন। মধ্যকালীন মন্ত্ৰীসভাত কংগ্ৰেছৰ ছজন হিন্দু, তাৰে এজন অনুন্নত সম্প্ৰদায়ৰ, মুছলীম লীগৰ পাচজন মুছলমান আৰু শিখ খ্ৰীষ্টান, আৰু পাৰ্চীৰ তিনিজন সদস্য থাকিব। কংগ্ৰেছে এজন জাতীয়তাবাদী মুছলমান ল'ব পাৰিব বুলি আশ্বাস দিয়া হৈছিল। পিছত বৰলাটে সেই আশ্বাস নেৰাখিলে। মহাত্মা গান্ধীয়ে দুয়োখন আচনি অগ্ৰাহ্য কৰিবলৈ অনুমোদন কৰে। কংগ্ৰেছ ৱাৰ্কিং কমিটীয়ে কিছুমান চৰ্ত্ত দিয়ে—গ্ৰহণ কৰা বিষয়ে। অসমে সমষ্টিগঠনৰ আচনিৰ তীব্ৰ বিৰোধীতা কৰে। গান্ধীজীৰ সহায়ত অসম এই সঙ্কটৰ পৰা ৰক্ষা পৰিছিল।

১৯৪৫ চনৰ নৱেম্বৰত ৰেড্‌ফৰ্টত I. N. A.-ৰ বিচাৰ আৰম্ভ হয়। নেহেৰু তাত উপস্থিত আছিল। ভুলাভাই দেশায়ে আছামীৰ পক্ষলৈ ওকালতি কৰে। গান্ধীয়ে বৰলাটলৈ I. N. A. সকলৰ মুক্তিৰ কাৰণে গোহাৰি জনায়। বিচাৰত বন্দীসকলৰ মুক্তি হয়।

১৯৪৬ চন—১৯৪৬ চনৰ কংগ্ৰেছ সভাপতিৰ নিৰ্ব্বাচনত মহাত্মাজীৰ পৰামৰ্শ মতে জৱাহৰলাল নেহেৰু কংগ্ৰেছ সভাপতি নিৰ্ব্বাচিত হ'ল। মহাত্মা গান্ধীয়ে হস্তক্ষেপ নকৰাহেতেন এইবাৰ ছৰ্দ্দাৰ বল্লভভাই পেটেল সভাপতি হোৱাটো খাটাং আছিল বুলি বহুতে ভাবে। ইয়াৰ এমাহ পিছতে বৰলাটে কংগ্ৰেছ সভাপতি নেহেৰুক অন্তৰ্ৱৰ্ত্তীকালীন গভৰ্ণমেণ্ট গঠন কৰিবলৈ আহ্বান কৰে। ১৯৪৬ চনৰ দুই চেপ্টেম্বৰত অন্তৰ্ৱৰ্ত্তীকালীন গভৰ্ণমেণ্ট গঠিত হয়। মুছলীম লীগৰ প্ৰতিনিধিয়ে এই গৱৰ্ণমেণ্টত যোগ দিয়ে, পোন্ধৰ অক্টোবৰত।

কিন্তু জুলাইৰ শেষত জিন্নাই "প্ৰত্যক্ষ সংগ্ৰামৰ দিন" ঘোষণা কৰে। ইয়াৰ পৰিণাম হিচাবে কলিকতাত সাম্প্ৰদায়িক হত্যাকাণ্ড (Great Calcutta killing) সংঘটিত হয়। সেই সময়ত বঙ্গদেশত মুছলীম লীগৰ গভৰ্ণমেণ্ট আছিল। ১৯৪৬ চনৰ অক্টোবৰত নোৱা-খালীত সাম্প্ৰদায়িক হত্যাকাণ্ড হয়। ইয়াৰ খবৰ বিহাৰ ওলালত বিহাৰত সাম্প্ৰদায়িক গণ্ডগোল আৰম্ভ হয়। গান্ধীজী নোৱাখালীলৈ যায় আৰু খোজকাঢ়ি ফুৰি সাম্প্ৰদায়িক শান্তি আনিবলৈ চেষ্টা কৰে।

লীগে সম্মিলিত গভৰ্ণমেণ্টত যোগ দিলেও, জিন্নাই স্পষ্টকৈ কৈছিল যে, "পাকিস্থানৰ দাবী নষ্ট কৰিব খোজা সকলো প্ৰচেষ্টাৰ আমি বিৰোধিতা কৰিম"।

বৃটিছ প্ৰধান মন্ত্ৰী এট্‌লীয়ে লণ্ডনলৈ বৰলাট, কংগ্ৰেছ আৰু মুছলীম লীগৰ প্ৰতিনিধিক মাতি নি আলোচনা কৰে।

ইয়াৰ পিছত ভাৰতত গণপৰিষদ গঠিত হয়। লীগে তাত যোগ দিয়া নাছিল। ১৯৪৬ চনৰ আগষ্টৰ ষোল তাৰিখে লীগে প্ৰত্যক্ষ

সংগ্ৰামৰ দিন পালন কৰে। বঙ্গদেশৰ লীগ গভৰ্ণমেণ্টে সেই তাৰিখে "পাব্লিক হলিডে" ঘোষণা কৰে।

লীগ নোহোৱাকৈ অন্তৰ্ৱৰ্ত্তী চৰকাৰ গঠন হয়।

১৯৪৬ চনৰ এপ্ৰিলত দ্বিতীয় সিম্‌লা সন্মিলন বহে। গান্ধীজীয়ে পৰামৰ্শ দাতা হিচাবে কাম কৰে।

১৯৪৭ চন—জানুৱাৰী মাহত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ সভা বহে। তাত গান্ধীজীৰ পৰামৰ্শ মতে এফালে বৃটিছ মন্ত্ৰীসভাৰ আচনি গ্ৰহণ কৰা হৈছিল যদিও আনফালে অসমক, শিখ সকলক আৰু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশক নিজৰ মতে কাম কৰিবলৈ অনুমতি দিয়া হ'ল।

মুছলীম লীগে কংগ্ৰেছৰ প্ৰস্তাৱ গ্ৰহণৰ অযোগ্য বুলি ক'লে। কংগ্ৰেছে কলে যে, মুছলীম লীগৰ প্ৰতিনিধি অন্তৰ্ৱৰ্ত্তীকালীন গভৰ্ণমেণ্টত থাকিব নোৱাৰে, যদি তেওঁলোকে গণপৰিষদত যোগ নিদিয়ে।

এনে অৱস্থাত বৃটিছ গভৰ্ণমেণ্টে ক্ষমতা হস্তান্তৰৰ ঐতিহাসিক প্ৰস্তাৱ ঘোষণা কৰে।

লৰ্ড মাউণ্টব্যাটন ভাৰতৰ বৰলাট হৈ আহে। তেওঁ গান্ধী নেহৰু, জিন্না, লিয়াকৎ আলিখান আৰু পেটেলৰ লগত আলোচনা কৰে। দেশ বিভাজনৰ সিদ্ধান্ত হয়। গান্ধীজী দেশ বিভাজনৰ বিৰোধী আছিল যদিও, কংগ্ৰেছ সভাত এই সম্পৰ্কীয় প্ৰস্তাৱৰ তেওঁ বিৰোধিতা কৰা নাছিল।

১৯৪৭ চনৰ মাৰ্চ্চত গান্ধী পাটনালৈ যায়। বিহাৰত হিন্দু সকলে মুছলমানৰ ওপৰত কৰা অত্যাচাৰৰ কথা শুনি তেওঁ তালৈ আহিছিল।

জুন ২, ১৯৪৭ চন—গান্ধীয়ে "অবিনশ্বৰ মূল্যৰ সম্পদ" নামে সম্পাদকীয় প্ৰৱন্ধাৱলী "হৰিজন"ত লিখে। জুন ৩, লৰ্ড মাউণ্টব্যাটন, নেহৰু, জিন্না আৰু বলদেৱ- সিঙে ৰেডিঅ যোগে বৃটিছ গভৰ্ণমেণ্টৰ ঘোষণাৰ কথা কয়। এই ঘোষণা আছিল দেশ বিভাজনৰ।

কংগ্রেছ আৰু মুছলীম লীগে গ্ৰহণ কৰাত মাউণ্টব্যাটন প্লেন মতে ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰত, পাকিস্থান দুখন স্বাধীন দেশৰ জন্ম হয়।

দেশ বিভাজনৰ পিছত, পাঞ্জাৱত আৰু বঙ্গদেশত সাম্প্ৰদায়িক সজ্ঘৰ্ষত মানুহৰ দুখ কষ্টৰ সীমা নোহোৱা হয়।

১৯৪৭ চনৰ পোন্ধৰ আগষ্টৰ পিছত, দেশ বিভাজনৰ প্ৰশ্ন লৈ গান্ধী-নেহৰুৰ মতানৈক্য আছিল যদিও তেওঁলোকৰ সম্পৰ্ক আগৰ দৰেই আছিল। গান্ধীৰে সৈতে প্ৰধানমন্ত্ৰী নেহৰুৰ 'চুপাৰ প্ৰধানমন্ত্ৰী'ৰ সম্পৰ্ক নাছিল। গভৰ্ণমেণ্টৰ লগত গান্ধীৰ সম্পৰ্ক পুৰণি কালত ৰজাৰ লগত ঋষিৰ সম্পৰ্কৰ দৰে আছিল।

দেশ বিভাজন প্ৰস্তাৱত গান্ধীজী বিশেষ দুঃখিত আছিল যদিও, কংগ্ৰেছ ৱাৰ্কিং কমিটিৰ সিদ্ধান্ত গ্ৰহণ কৰিবলৈ তেওঁ দেশবাসীলৈ আবেদন জনায়।

১৯৪৭ চনৰ যোল্ল আগষ্ট তাৰিখে ভাৰত পাকিস্থানৰ সীমা নিৰ্দ্ধাৰণ কমিটীৰ চেয়াৰমেন ৰেডক্লিফ এৱাৰ্ড প্ৰকাশ হয়। সীমা নিৰ্দ্ধাৰণ হয়। ইয়াৰ পিছত পশ্চিম পাঞ্জাৱত শিখ আৰু হিন্দু আৰু পূব পাঞ্জাৱত মুছলমান সকলৰ মাজত উন্মাদনা দেখা দিয়ে। পাকিস্থান আৰু ভাৰতৰ নেতাসকলে নিজৰ নিজৰ সংখ্যালঘু সম্প্ৰদায়ক ৰক্ষা কৰিব বুলি আশ্বাস দিলেও ক্ৰুদ্ধ জনতাই পাঞ্জাৱত ধ্বংসলীলা সৃষ্টি কৰিলে। লাখ লাখ ৰিফিউজী দিল্লীলৈ আহিল—পাকিস্থানৰ পৰা। গান্ধীজীয়ে অনশন কৰে—সম্প্ৰদায়িক শান্তি প্ৰতিষ্ঠাৰ কাৰণে। সকলো সম্প্ৰদায়ে শান্তি আনিবলৈ প্ৰতিশ্ৰুতি দিয়ে।

১৯৪৮ চনৰ বাৰ জানুৱাৰী তাৰিখে গান্ধীয়ে অনশন আৰম্ভ কৰিবলৈ স্থিৰ কৰি ঘোষণা কৰে। দিল্লীত মুছলমান নিৰ্ভয়ে ফুৰিব পৰা নোহোৱালৈকে তেওঁ অনশন কৰিব বুলি কয়। সকলো সম্প্ৰদায়ে তেতিয়া সভা পাতি মহাত্মাজীক আশ্বাস দিয়ে—শান্তি ৰক্ষা কৰিব বুলি।

ভাৰত গভৰ্ণমেণ্টে দেশ বিভাজনৰ চুক্তিমতে পাকিস্থানক দিব লগা নগদ পঞ্চাশ কোটি টকা দিয়াটো স্থগিত ৰাখিবলৈ স্থিৰ কৰে। গান্ধীজীয়ে এইটো এটা নীতি বিগর্হিত কাম বুলি ভাবে। পেটেল এই টকা দিয়াৰ বিৰোধী আছিল। তেওঁৰ মতে এই টকা সেই সময়ত পাকিস্থানক দিলে, কাশ্মীৰত তেওঁলোকে চলাই থকা যুদ্ধত পাকিস্থানক সহায় কৰা হ'ব। সেই কাৰণে কাশ্মীৰৰ যুদ্ধ শেষ নোহোৱালৈকে, সেই টকা দিয়াটো স্থগিত ৰাখিবলৈ ভাৰত গভৰ্ণমেণ্টে স্থিৰ কৰিছিল। গান্ধীয়ে অনশনৰ ভিতৰতে ভাৰত চৰকাৰৰ এই সিদ্ধান্তৰ কথা শুনি বৰ দুঃখিত হয়। অনশনত থকা গান্ধীজীৰ ভাৱ বুজি ভাৰত মন্ত্ৰীসভা ৰাতিয়েই বহি টকাখিনি পাকিস্থানক অবিলম্বে দিবলৈ স্থিৰ কৰে। গান্ধীজীৰ কাৰণে এইটো নীতিৰ কথা আছিল। সেই কাৰণে, কাশ্মীৰৰ ওপৰত আক্ৰমণ হোৱা কাৰণে কাশ্মীৰৰ ৰাইজক ৰক্ষা কৰিবলৈ কাশ্মীৰলৈ ভাৰতীয় সৈন্য পঠোৱাতো তেখেতে মত দিছিল আৰু আনফালে পাকিস্থানে পাব লগা টকাও সেই সময়তে তেওঁলোকক দিবলৈ দিছিল।

অনশন ভঙ্গ কৰাৰ দুদিন পিছত ১৯৪৮ চনৰ বিশ জানুৱাৰী তাৰিখে গান্ধীজীৰ প্ৰাৰ্থনা সভাৰ ওচৰত বোমা ফুটুৱা হয়। প্ৰধান-মন্ত্ৰী নেহৰু আৰু গৃহমন্ত্ৰী পেটেলে তেতিয়া গান্ধীজীক অনুৰোধ কৰিলে পুলিচৰ পহৰা দিয়াত সন্মতি দিবলৈ। গান্ধীজীয়ে পুলিচৰ সহায় লবলৈ অস্বীকাৰ কৰিলে। তেওঁ কলে তেওঁৰ জীৱন ঈশ্বৰৰ হাতত।

**১৯৪৮ চন ত্ৰিশ জানুৱাৰী**—আবেলি গান্ধীজীৰ লগত পেটেলৰ দেখা হয়। গান্ধীজীয়ে পেটেল আৰু নেহৰুৰ ভিতৰত যাতে বিভেদ দেখা দিব নোৱাৰে, তাৰ কাৰণে প্ৰতিজ্ঞা কৰিবলৈ পেটেলক অনুৰোধ কৰে। নেহৰু আৰু মৌলানা আবুল কালাম আজাদে গধূলি গান্ধীক দেখা কৰাৰ কথা আছিল। আবেলি পাচটা বজাত প্ৰাৰ্থনা সভা আৰম্ভ হয়। গান্ধী সময় ৰক্ষা সম্পৰ্কে বৰ সাৱধান আছিল। সেইদিনা

তেওঁৰ অলপ পলম হৈছিল। জনতাৰ ভিতৰৰ পৰা এজন ডেকা ল'ৰা ওলাই গান্ধীজীক হাতযোৰ কৰি প্ৰণাম কৰিলে। গান্ধীজীয়ে নমস্কাৰ গ্ৰহণ কৰিলে। সেই মুহূৰ্ত্ততে ডেকাজনে এটা বিভলভাৰ উলিয়াই তিনি জ'াই গুলি মাৰিলে। গান্ধীজীয়ে "হে'ৰাম" বুলি কৈ ঢলি পৰিল। কেই মিনিট মানতে তেওঁৰ মৃত্যু হ'ল।